মাজৎ যেদি কোনোবা দুঃখীয়া হই থাকে তেবে
সি জনে প্ৰাৰ্থনা কৰোক্ কোনোবা যেদি ৰসিক্
১৪ হই থাকে তেবে সি জনে ঈশ্বৰ গীত গাওক । তো
মোলাকৰ্ মাজৎ যেদি কোনোবা নৰিয়া পৰি থাকে
সি জনে মণ্ডলীৰ বুঢ়া লোকবিলাকক্ মাতোক্ আৰু
সিবিলাকে প্ৰভুৰ নামে তেঁওক্ তেল ঘহাঁয় তেঁওৰ
১৫ ওচৰ চাপি প্ৰাৰ্থনা কৰোক্ । আৰু প্ৰতীতিযুক্ত
প্ৰাৰ্থনায় নৰিয়া পৰাক তৰাব আৰু ঈশ্বৰে তেঁওক্
সুস্থ কৰিব সি যেদি পাতক্ কৰি থাকে তেবে
১৬ তাৰো মৰ্ষণ কৰা হব । তোমোলাকে এক জনে
আন্ এক জনৰ কাষৰৎ আপোনাহঁতৰ্ জত জগৰ্
শৈ কৰা আৰু আপোনাহঁতৰ্ স্বস্থ হবৰ্ নিকোনে
এক জনে আন্ এক জনৰ্ নিকোনে প্ৰাৰ্থনা কৰা
পৰমাৰ্থিক্ মানুহৰ সফল্ একান্ত প্ৰাৰ্থনাৰ্ বৰ
১৭ ফল্ । এলিয়াহ আমাৰ নিচিনা সভাৱ্ মানুহ
আছিল্ আৰু সি বৰ্ প্ৰাৰ্থনা কৰিলে যেন বৰষুণ
নহয় পাচে তিনি বৎসৰ আৰু ছয় মাহলৈকে
১৮ সেই দেশৎ বৰষুণ নহল্ । পাচে সি আৰুও
প্ৰাৰ্থনা কৰিলৎ আকাশে বৰষুণ আনিলে আৰু
১৯ পৃথিবীএ আপোন ফল্ ওপজালে । হে ভায়হঁৎ
যেদি তোমোলাকৰ্ মাজৎ কোনোবা সঁচা বাক্যৰ
পৰা ভ্ৰমী হই থাকে আৰু কোনোএ তাক ওভতায়
২০ তেবে সি জনে জানোক যেন কোনো পাতকিলোকক্
তাৰ কৰ্ম্মৰ্ ভ্ৰমৰ্পৰা যি জনে ওভতায় সেই জনে

মৃত্যুৰপৰা এক আত্মাক ৰক্ষা কৰে আৰু সমূহ পাতক ঢাকে।—

## প্ৰথম পৰ্ব্ব পিতৰৰ সাধাৰণ কাকৎ।—

### ১ প্ৰথম পৰ্ব্ব।—

১ আজ্ঞাপালনৰ্ নিকোনে আত্মাৰে যি পবিত্ৰ কৰা
তদ্দ্বাৰা আৰু য়িশু খ্ৰীষ্টৰ তেজ চটিয়োৱাৰ্ দো
ৱাৰা ঈশ্বৰ পিতৃৰ পূৰ্ব্ব জ্ঞানানুসাৰে মনোনীত পন্তুস
আৰু গালাতিয়া আৰু কাপাদোকিয়া আৰু আসিয়া
আৰু বিতনিয়া দেশৎ গোট গোট বিদেশী লোকবি
লাকক্ প্ৰতি য়িশু খ্ৰীষ্টৰ্ এক পাঁচনী পিতৰে কাকৎ
২ লিখে। তোমোলাকক্ প্ৰতি অনুগ্ৰহ আৰু নিচুক্
৩ ক্ৰমে ক্ৰমে সৰহীয়া হোক্। আমি চেতনাময়
ভাৰসা পওঁ এই নিকোনে আপোনাৰ অতিশয় কৃপা
নুসাৰে য়িশু খ্ৰীষ্টৰ্ মৃত্যুৰ্পৰা পুনৰুত্থানৰ্ দোৱা
ৰা আমাক্ আকৌ ওপজাইছে আৰু শেহ কালৎ
৪ প্ৰৌচিক্ স্থৰৰ্ নিকোনে যুগুৎ যি পৰিত্ৰাণ সেই
পৰিত্ৰাণ পাবৰ্ নিকোনে ৰক্ষিত যি তোমোলাক্
তোমোলাকৰ্ নিকোনে স্বৰ্গৎ সংৰক্ষিৎ অক্ষয়
নীয় আৰু নিৰ্ম্মল আৰু অমলিন আধিপত্য পাবৰ্

নিকোনে তোমোলাকক্ আকৌ ওপজাইছে যি আ
মাৰ প্ৰভু যিশু খ্ৰীষ্টৰ্ ঈশ্বৰ্ অথচ পিতৃ তেওঁ ধন্য।
৫ আৰু যাক্ নেদেখি তোমোলাকে চেনেহ কৰা আৰু
যাক্ এতিয়াও নে দেখি অথচ প্ৰতীতি কৰি তোমো
লাকে আপোনাহঁতৰ প্ৰতীতিৰ্ ফল্ অৰ্থাৎ আপো
নাহঁতৰ্ আত্মাৰ্ পৰিত্ৰাণ পায় ৰবলগা আৰু
৬ গৌৰৱপূৰ্ণ আনন্দেৰে যিহেৰে আনন্দ কৰা এনে
যি যিশু খ্ৰীষ্ট তেওঁৰ্ প্ৰৌচিক হোৱা কালৎ তোমো
লাকৰ্ প্ৰতীতিৰ পৰীক্ষা অগ্নিৎ পৰীক্ষিৎ ক্ষয়ণীয়া
৭ সোণৰ্ পৰীক্ষাৎকৈও উত্তম হৈ স্তুতি আৰু সৎ
৮ কাৰ আৰু গৌৰৱদিয়োঁতা পোৱা হয় এই নিকোনে
প্ৰয়োজন হলে তোমোলাকে ভালেমান পৰীক্ষাৰে
৯ অলপ কালৎ দুঃখী হৈ এই শেহ কালৎ প্ৰৌচিক্
১০ কৰিবলগা পৰিত্ৰাণৎ আতিশয় আনন্দ কৰা। তো
মোলাকৰ্ ওপৰলৈ আহিবলগা যি অনুগ্ৰহ তাঁলৈ
হুলিছে যেন্ আচাৰ্য্যবিলাক্ সিবিলাকে যেতিয়া
আপোনাহঁতৰ্ মাজৎ থকা খ্ৰীষ্টৰ্ আত্মা খ্ৰীষ্টৰ্
যাতনা আৰু তাৰ্ ফলস্বৰূপ ভবিষ্যৎ গৌৰৱক্
১১ প্ৰমাণ পূৰ্ব্বে দিলে তেতিয়া সি কি আৰু কিবিধ
কাল জনালে সেই পৰিত্ৰাণৰ্ অৰ্থে অনুসন্ধান
১২ কৰি কৰি সুদিলে আৰু বৰ্ যতনে বিচাৰিলে। সি
হঁতৰ্ কাথৰৎ প্ৰৌচিক্ হৈছিল যি স্বৰ্গৰপৰা প্ৰেৰিত
ধৰ্ম্মাত্মাৰ্ দোৱাৰা শুভবাৰ্ত্তা তোমোলাকৰ্ কাথৰৎ
যিবিলাকে ঘোষণা কৰিলে সিহঁতৰ্ যি কথা তোমো

লোকৰ কাৰ্য্যৰ দ্বাৰা হয় যিহক চাবলৈ দূতহঁতেও
বৰ ইচ্ছা কৰে সেই কথাৰ শুশ্ৰুষা আচাৰ্য্যবিলাকে
আপোনাক প্ৰতি নোকৰে কিন্তু আমাক প্ৰতি কৰি
১৩ ছে। এয়েৰেই যিশু খ্ৰীষ্টৰ প্ৰকাশিত হোৱা কালত
যি অনুগ্ৰহ তোমোলাকৰ ওচৰলৈ অনা হব সেই
অনুগ্ৰহৰ নিকোনে তোমোলাকে মনক কৰালত
টঙ্গালি বন্ধায় সজ্ঞান হই শেহলৈকে ভাৰসা
১৪ কৰা। তোমোলাকৰ যি পূৰ্ব্বৰ বাঞ্ছা আছিল
১৫ তদনুসাৰে আপোনাহঁতক ৰচিত নকৰি কিন্তু যি
জনে তোমোলাকক নিযোজন কৰিলে তেঁও যেনেকুৱা
শুদ্ধ তেনেকুৱা তোমোলাকে আজ্ঞাবৰ্ত্তী লৰাহঁতৰ
১৬ নিচিনা এটাই আচাৰত শুদ্ধ হোৱা। কিয়নো লি
খিতা আছে যেন তোমোলাক শুদ্ধ হোৱা কিয়নো
১৭ ময় শুদ্ধ হোঁ। ভাগৰি নোবোলায় গায়প্ৰতি
আপোন আপোন কৰ্ম্মানুসাৰে শোধ কৰে যি পিতৃ
তেঁওৰ কাষত যেদি তোমোলাকে প্ৰাৰ্থনা কৰা
তেবে তোমোলাকৰ এযেত পৰ্বাহ কাল ভয়াচৰণ
১৮ পূৰ্ব্বক ক্ষেপণ কৰা। কিয়নো তোমোলাকে জানা
যেন তোমোলাকে আপোনাহঁতৰ পিতৃবিলাকৰ্পৰা
গৃহীত অনৰ্থক আচাৰৰ্পৰা স্বৰ্ণ ৰূপ্যাদি ক্ষয়ি বে
১৯ হানিৰ্কৰণক ক্ৰীত নাছিলা কিন্তু নিখুন আৰু বয়া
সাঁচ নথকা মেচৰ পোয়ালিৰ নিচিনা যি খ্ৰীষ্ট তেঁওৰ
২০ তেজেৰে ক্ৰীত আছিলা। তেঁও নিশ্চয় জগতৰ
২১ মূল কৰাৰ আগেই নিয়োজিত আছিল হয় কিন্তু তো

যোলাকৰ প্ৰতীতি আৰু ভাৰসা ঈশ্বৰত হয় এই নি
কোনে তেঁওক মৃত্যুৰপৰা তুলিলে আৰু গৌৰৱ দিলে
যি ঈশ্বৰে তেঁওত পাতিয়ওঁতা তোমোলাকৰ নিকোনে
২ এই শেহকালত প্ৰৌচিত আছিল। আৰু ভায়ে
কহঁতক অকপট চেনেহ কৰাৰ হেতু তোমোলাকে
সঁচা কথা পালন কৰাত আত্মাৰ দোৱাৰা আপোনা
২৩ হঁতৰ মন পৰিষ্কাৰ কৰিছা এই নিকোনে ক্ষয়ণীয়া
কহিয়াৰে নহয় কিন্তু অক্ষয়ণীয়াৰে অৰ্থাৎ সদাজী
ৱী আৰু স্থায়ী ঈশ্বৰৰ বাক্যকৰণক ওপজা হই শুদ্ধ
অন্তঃকৰণে মৈত্রে বাগুতাৰূপে অন্যোঅন্যে চেনেহ
২৪ কৰা। কিয়নো এটাই প্ৰাণী তৃণ আৰু মানু
২৫ হৰ এটাই ঐশ্বৰ্য্য তৃণৰ ফুলৰ নিচিনা। তৃণ
শুকায় যায় আৰু তাৰ ফুল সৰি পড়ে কিন্তু প্ৰভুৰ
বাক্য সদায় থাকে আৰু যি বাক্য শুভবাৰ্ত্তাত তোমো
লাকৰ কাষৰত কীৰ্ত্তিত হইছে সেয়ে এই।—

পৰ্ব্ব এয়েৰেই এটাই গিয়াল আৰু কপট আৰু কাল্পনি
২ কতা আৰু মাৎসৰ্য্য আৰু এটাই পৰৰ অযশস্যা
কৰিবলৈ এড়ি প্ৰভু যেন দয়ালু ইয়াক যেদি তোমো
৩ লাকে চাকি থাকা তেৱে অচিৰ ওপজা লৰাহঁতৰ নি
চিনা তোমোলাকে তদ্দ্বাৰা বাঢ়িবৰ নিকোনে বাক্য
৪ ৰূপ পৰমাৰ্থ গাখীৰ খোজা। মানুহকৰ্ত্তৃক অগ্ৰ
জ্ঞাত কিন্তু ঈশ্বৰকৰ্ত্তৃক মনোনীত আৰু বহুমুল্য জী
৫ ৱৰ্ত শিলৰ নিচিনা যি প্ৰভু তেঁওৰ ওচৰলৈ আহি
তোমোলাকেও জীৱৰ্ত শিলৰূপে পাৰমাৰ্থিক এক

গৃহৰূপে ৰচিত আচা আৰু যিশু খ্রীষ্টৰ দোৱাৰা
ঈশ্বৰৰ ওচৰৎ সুগ্রাহ্য পৰমার্থিক যজ্ঞ কৰিবলৈ
৬ শুদ্ধ এক যাজকতাৰূপে নিয়োজিতো আচা। এয়ে
ৰেই ধৰ্ম্মপুথিৎ এই লিখিতা আচে দেখা চুকৰ
নিকোনে শ্রেষ্ঠ আৰু মনোনীত আৰু বহুমূল্য
এক শিল্ ময় সীওনৎ থওঁ যি জনে তাৰ ওপ
৭ ৰৎ সঞ্চাৎ কৰে সি লাজ নহৱ। এয়েৰেই
পতীয়ওঁতা তোমোলাকক্ প্রতি তেঁও বহুমূল্য কিন্তু
যিবিলাক্ নেমানোঁতা সিহঁতক্ প্রতি যি শিল্ ঘৰ স
জিয়াহঁতে ইতিহিং কৰিলে সেয়ে চুকৰ্ দায় হই
৮ চে। আৰু জুঁটি খোৱাৰ শিল্ আৰু বাধাৰোঁতা
পৰ্ব্বত কৰা হইচে যিহৰর্থে সিহঁৎ নিযোজিৎ আ
৯ চিল তাৰর্থে সিহঁৎ নেমানোতা হই বাক্যৎ জুঁট
১০ খায়। কিন্তু যি জনে এন্ধাৰৰ্পৰা আপোনাৰ
আশ্চর্য্য দীপিতিৰে তোমোলাকক্ মাতিলে তেঁওৰ্ গুণ
প্রৌচিক্ কৰিবৰ্ নিকোনে তোমোলাকে মনোনীত
এক জাতি আৰু ৰাজকীয় এক যাজকতা আৰু পবিত্র
এক বৰ্ণ আৰু পূর্ব্বকালৎ মানুহ নাচিল্ কিন্তু এতিয়া
ঈশ্বৰৰ্ মানুহ হইচা আৰু মৰম্ না পাইচিলা
কিন্তু এতিয়া মৰম্ পাইচা এনেকুৱা এক বিশিষ্ট
১১ মানুহ সমূহো তোমোলাক্ আচা। হে আতি
প্রিয়হঁৎ ময় তোমোলাকক্ মিনতি কৰোঁ যেন্
তোমোলাকে আন্দেশীয়া লোকহঁতৰ্ মাজৎ
পৰমার্থাচৰণ কৰি বিদেশী আৰু পৰিব্রাজকহঁতৰ্

নিচিনাকৈ মনৰ প্ৰতিকূল্ ৰণকৰোঁতা শাৰীৰিক্ কামৰ্
১২ পৰা ক্ষমা দিয়া। যেন্ যিহেৰে লোকহঁতে কুকৰ্ম্ম
কৰোঁতাহঁতৰ্ নিচিনাকৈ তোমোলাকক্ বয়া বোলে
তাৰেই সিহঁতে তোমোলাকৰ্ সুকৰ্ম্ম দেখাৰে দৃষ্টি
১৩ কৰা দিনৎ ঈশ্বৰৰ্ গৌৰৱক্ সলাগে। সৰ্ব্বোপৰিস্থ
মান্য ৰজাক্ প্ৰতি হোক নাইবা দুষ্টহঁতৰ দমন
আৰু সুকৰ্ম্মকৰোঁতাহঁতৰ্ শ্লাঘাৰ নিমিত্তে তাতে
পঠানী শাসকহঁতক্ প্ৰতি হোক মানুহৰ জত সদৌ
১৪ ব্যৱস্থাৰেই বশহীত প্ৰভুৰ্ নিমিত্তে হোৱা। কিয়নো
এই ঈশ্বৰৰ্ ইচ্ছ যেন্ তোমোলাকে অনিৰ্ব্বন্ধহঁতৰ্
নিচিনা হই আৰু আপোনাহঁতৰ্ অনিৰ্ব্বন্ধতা কুমন্ত্ৰা
১৫ নাচ্ছাদনৰ্ নিমিত্তে ব্যাপাৰিত নকৰি কিন্তু ঈশ্বৰ
সেৱকহঁতৰ নিচিনা হই সুকৰ্ম্ম কৰাৰে অজ্ঞানী
১৬ লোকহঁতৰ্ অজ্ঞতা নিবৃত্ত কৰা। এটাই লোকবি
লাকক্ সৎকাৰ কৰা ভ্ৰাতৃস্বাৰূপেদে স্নেহ কৰা।
১৭ ঈশ্বৰলৈ ভয় কৰা ৰজাক্ সন্মান কৰা। হে বন্দি
হঁৎ সৰ্ব্বতোভাৱে ভয়যুক্ত হই স্বক্ৰিয়া স্বক্ৰিয়া গিৰি
১৮ হঁতৰ্ বশহীত হোহঁক্ ভালহঁতৰ আৰু কোমলহঁ
তৰে বশহীত অকল সি নহয় কিন্তু দুৰ্জনহঁতৰো।
১৯ কিয়নো যেদি ঈশ্বৰলৈ মনৰ্ নিষ্ঠা কৰিবৰ্ নিমি
ত্তে কোন মানুহে অন্যায়েৰে দুঃখ সহে এয়ে শ্লাঘ্য।
২০ কিয়নো তোমোলাকে যেদি আপোনাৰ্ অপৰাধে
প্ৰহাৰিত হই তাক্ সহা তেৰে সি শ্লাঘ্য নে কিন্তু

২১ স্বকৰ্ম্ম কৰি আৰু তন্নিমিত্তে দুঃখ পায় যেদি তাক্
২২ সহা এয়ে ঈশ্বৰ্গ্ৰাহ্য ইয়াক্ কৰণেৰেও তোমো
২৩ লাক্ নিযোজিৎ আছিলা। কিয়নো যি জনে একো
পাতক্ নকৰিলে আৰু যাৰ্ মুখৎ ভণ্ডনা পোৱা নহল্
আৰু যি জনে নিন্দিৎ হয়ো প্ৰতিনিন্দা নকৰিলে যি
জনে যাতনা পায়ো দুঃখ প্ৰতিদানৰ্ প্ৰতিজ্ঞা নকৰিলে
২৪ কিন্তু যি জনে পাৰমাৰ্থৰূপে শোধি কৰে তেঁওৰ্ কাম্য
ৰৎ আপোনাকে সোদায় দিলে আৰু আমি পাতকৰ্
ফালে মৃতস্বৰূপ হই পাৰমাৰ্থৰ্ ফালে আচৰণ কৰোঁ
এই নিকোনে যি জনে বৃক্ষৰ্ ওপৰৎ আপোনাৰ্ শৰী
ৰৎ আপুনি আমাৰ্ পাতক্ ভোগ কৰিলে আৰু যাৰ
প্ৰহাৰেৰে আমি স্বস্থ হোঁ এনে যি খ্ৰীষ্ট তোমোলা
কৰ্ তেঁওৰ্ পাদবিন্যাসানুবৰ্ত্তী হোৱাৰ নিকোনে
তেঁও আমাৰ্ নিকোনে এক আদৰ্শ দি আমাৰ্ শলনি
২৫ যাতনা পালে। কিয়নো তোমোলাক্ হেৰোৱা
মেৰ্হইঁতৰ্ নিচিনা আছিলা কিন্তু এতিয়া আপোনা
হঁতৰ্ আন্মাৰক্ষক আৰু অধ্যক্ষৰ্ কাষৰলৈ আকও
আহিছা।—

পৰ্ব্ব হে ভাৰ্য্যাইঁৎ তহঁত আপোনাৰ্ পতিৰ্ বশম্বতা
৩ হোইঁক্ যেদি কোনোএ কথা নেমানে তেবে তোমোলা
কৰ্ ভয়যুক্ত সতীত্বাচৰণ দেখোৱাৎ সিহঁতে ভাৰ্য্যা
হঁতৰ্ আচৰণৰ্ দোৱাৰা বাক্যক্ ব্যতিৰেকে আক
৩ ৰ্ষিত হয়। কেশবিন্যাস আৰু স্বৰ্ণালঙ্কাৰ আৰু
বস্ত্ৰ পৰিধান এনেকুৱা বাজৎ ভূষণ তোমোলাকৰ্

৪ ভূষণ নোহোক্ কিন্তু মনত গুপ্ত মানুহৰ্ অক্ষয়ণী
য়া অর্থাৎ ঈশ্বৰৰ্ দৃষ্টিত বহুমূল্য যি নাম্ৰতা আৰু
৫ শান্ত মন তদানুক্ ভূষণ হোক্। কিয়নো যি
পুণ্যৱতী তিৰোতাহঁতে ঈশ্বৰত সঞ্জাত কৰিলে সি
হঁতে অকিয়া অকিয়া পতিৰ্ বশীভূতা হই আপোনা
৬ হঁতক্ পূর্ব্বকালত এনেকুৱা বিভূষিতা কৰিলে যেতিয়া
লৈকে তোমালোকে সুকর্ম্ম কৰা আৰু কোনো ভয়ত
ভয়ার্ত্ত নোহোৱা তেতিয়ালৈকে যাৰ্-জীয়াৰি তোমা
লোক হোৱা এনেকুৱা যি শাৰা তাই যেনেকৈ আব্ৰাহা
৭ মক্ ডাঙ্গৰিয়া বুলি কলে তেনেকুৱা। হে পতিবিলাক্
তোমালোকেও সিহঁতক্ দুর্ব্বলতাৰ্ পাত্ৰৰ নিচিনা
৮ জানি ওচিত ভৰণ পোষণ কৰি আৰু জীৱনৰূপ অনু
গ্ৰহৰ্ সহাধিকাৰী হই জ্ঞানানুসাৰে সিহঁতে
সৈতে বসতি কৰা যেন্ তোমালোকৰ্ প্ৰাৰ্থনা বাধিত
৯ নহয়। বাস্তৱত আশীর্ব্বাদৰূপ আধিপত্য পাবৰ্
নিমিত্তে যি তোমালোক্ ইয়াত নিযোজিত আছা
ইয়াক্ জানি হিংসাৰ শলনি হিংসা নাইবা নিন্দাৰ্
শলনি নিন্দা নকৰি কিন্তু তদ্ভিন্নপক্ষত আশীর্ব্বাদ কৰি
১০ তোমালোকে এটাই একমনা হোৱা। পৰৰ্ দুঃখত
দুঃখী হোৱা সৌভ্ৰাত্ৰ পালন কৰা দয়ালু হোৱা
প্ৰিয়ম্বদ হোৱা। কিয়নো যি আয়ুক্ ভাল্ দেখিব
খোজে আৰু সুখত কালক্ষেপণ কৰিব খোজে সি
বয়াৰ্পৰা আপোনাৰ্ জিবা আৰু ভণ্ডা কথাৰ্পৰা
১১ আপোন ওঠ নিবাৰণ কৰোক। সি কুকর্ম্ম

এৰোক্ আৰু সুকৰ্ম্ম কৰোক সি শান্তি বিচাৰোক্
১২ আৰু তদনুবৰ্ত্তী হোক। কিয়নো পুণ্যৱন্তহঁতৰ্
ওপৰৎ য়িহ্বহৰ্ দৃষ্টি আৰু সিহঁতৰ্ প্ৰাৰ্থনাক প্ৰতি
তেঁওৰ্ কাণ মুকলি আছে কিন্তু যিবিলাকে কুকৰ্ম্ম
১৩ কৰে সিহঁতৰ্ বিপক্ষে য়িহ্বহাৰ্ মুখ আছে। তো
মোলাক্ যেদি সুকৰ্ম্মানুবৰ্ত্তী হোৱা তেবে কোনে
১৪ তোমোলাকৰ্ হানি কৰিব। কিন্তু যেদি তোমো
লাক্ পাৰমাৰ্থৰ্ নিকোনে দুঃখ পোৱা তেবে তোমো
লাক্ চহকি সিহঁতৰ্ ভয়ৎ ভয়াৰ্ত্ত নহবা আৰু চিন্তি
১৫ তো নহবা। কিন্তু আপোনাৰ অন্তঃকৰণৎ য়িহ্বহ
ঈশ্বৰক্ পবিত্ৰ বুলি মানা আৰু সযলা অই তোমো
লাকৰ্ মধ্যস্থিত ভাৰসাৰ্ হেতু সোধোতা গায়প্ৰতি
১৬ কোমলতাৰে আৰু ভয়েৰে উত্তৰ্ দিবলৈ নিতৌ
সাজু হোৱা যি খ্ৰীষ্টৎ তোমোলাকৰ্ ভদ্ৰাচৰণৰ্
মিছা অপবাদকহঁৎ তোমোলাকক্ কুকৰ্ম্মকৰোঁতাহঁতৰ্
স্বৰূপ মানি যিহৎ তোমোলাকৰ্ অৰ্থে কয়া বোলে
১৭ তাতে লাজ হয়। কিয়নো ঈশ্বৰৰ্ ইচ্ছা যেদি এনে
হোৱা হয় তেবে সুকৰ্ম্ম কৰাৰে তোমোলাকৰ্ দুঃখ
পোৱা কুকৰ্ম্ম কৰাৰে দুঃখ পোৱাতকৈ ভাল।
১৮ কিয়নো খ্ৰীষ্ট শৰীৰৎ মৰা গৈ কিন্তু আত্মাকৰ্ত্তৃক
সজীৱী কৰা গৈ আমাক্ ঈশ্বৰৰ্ ওচৰলৈ আনিবৰ্
নিকোনে অপৰমাৰ্থিকহঁতৰ্ শলনি পৰমাৰ্থিক্ পাপৰ্
১৯ নিকোনে একেবেলি দুঃখ পালে। যি জাহাজৰ্ মাজৎ
অলপ অৰ্থাৎ আঠ প্ৰাণী জলৎ ৰক্ষা পালে নুহৰ্

২০ কালৎ যেতিয়া সেই জাহাজ যুগুৎ কৰিবৰ্ সময়ৎ
ঈশ্বৰৰ্ দীঘল সহিষ্ণুতালৈ অপেক্ষা কৰিলে সেই
কালৎ যিবিলাক্ আন্যা নেমানোঁতা আছিল্ সেই
বন্দিয়াৰ্ আন্যাবিলাকৰ্ ওচৰলৈ তেঁও গৈ আন্যাৰ
২১ হতুৱায় বাক্য কীৰ্ত্তন কৰিলে।     স্বৰ্গলৈ যোৱা
ঈশ্বৰৰ্ দক্ষিণ হাতৎ বহোঁতা আৰু যাৰ্ অধীন
দূতহঁৎ আৰু শাসকবিলাক্ আৰু পৰাক্ৰম হয় এনে
হুৱা যি যিশু খ্রীষ্ট তেঁওৰ্ পুনৰুত্থানৰ্ দোৱাৰা
২২ তেনেকুৱা দৃষ্টান্ত অৰ্থাৎ ডুব এতিয়া আমাক্ পৰি
ত্ৰাণ কৰে শৰীৰৰ্ মল্ পৰিষ্কাৰ কৰা তেনে নহয়
কিন্তু ঈশ্বৰক প্ৰতি স্থমনৰ্ যি সমিধান সি।—

পৰ্ব্ব   খ্রীষ্ট আমাৰ নিমিত্তে শৰীৰৎ দুঃখ পাইচ্য এয়ে
৪ ৰেই তোমোলাকে আপোনাহঁতক্ সেই মন্ দি স
২ জোৱা।     কিয়নো যি জনে শৰীৰৎ মৃত্যু ভোগ
কৰে সেই জনে পাপ তিয়াগ কৰিছে যি শৰীৰাচৰ
শেষে মানুহৰ্ কাম পুৰ্ কৰিবলৈ আগলিকা কাল
৩ ক্ষেপণ নকৰে কিন্তু ঈশ্বৰৰ্ ইচ্ছানুসাৰে কালক্ষেপণ
৪ কৰে।   কিয়নো আমি লম্পটতা আৰু কাম আৰু বস্থ
মদপান আৰু বিটলিয়াচৰণ আৰু উৎসৱ কৰা আৰু
ঘিন্নণা দেৱপূজা যি কালৎ কৰিলোঁ আমাৰ আয়ুৰ্
সেই যোৱা ভাগৎ দেৱপূজাৰিহঁতৰ্ ইষ্ট কৰ্ম্ম যি
৫ পুৰ্ কৰিছোঁ এয়েই সৰহ।   জীৱন্তহঁতকে আৰু মৃত
হঁতকে শোধ কৰিবলৈ ওদামী ঈশ্বৰৰ্ কাষৰৎ যিবি

লোকক্ আপোনাহঁতৰ্ কৰ্ম্মৰ্ কাহিনি কৰ লাগিব সি
হঁ-ত তোমোলাক ব্য়া হুলি আশ্চর্য্য দেখে যেন্ তো
মোলাক্ এইবিলাক্ কৰ্ম্মেৰে সিহঁতৰ নিচিনা নিবিষ্ঠ
৬ নোহোৱা । কিয়নো মৃতকইঁতৰ্ হাইৎ শুভবার্ত্তা
কীর্ত্তন কৰা হল্ যেন্ সিহঁত শৰীৰবিশিষ্ঠ মানুহৰ্
নিচিনা হুই শোধিত হয় কিন্তু আত্মাবিশিষ্ঠ লোক
বিলাকৰ্ নিচিনাকৈ ঈশ্বৰানুযায়ী আচৰণ কৰে ।
৭ কিন্তু এটাইৰে শেহ সমীপ আচে এয়েৰেই সজ্ঞান
৮ হোৱা আৰু প্ৰাৰ্থনা কৰাৰে পৰ দিয়া । এটাইতে
কৈ সৰহীয়া আপোনাহঁতৰ্ মাজৎ প্ৰজ্বলিৎ স্নেহ
যুক্ত হোৱা কিয়নো চেনেহেৰে পাপসমূহ ঢকা
৯ হয় । এক জনে আন্ এজনক্ প্ৰতি অনুশো
১০ চনক্ বাতিৰেকে আলহি ব্যৱহাৰ কৰা । তো
মোলাকৰ্ মাজৎ যাৰ্প্ৰতি যেনে সামৰ্থ্য পাইচে
তেনেকৈ ঈশ্বৰৰ্ বহুবিধ অনুগ্ৰহৰ উত্তম কৰ্ম্মাচাৰি
হঁতৰ্ নিচিনা তোমোলাকে অন্যোন্যে তদ্দান
১১ দিয়া । যেদি কোনোএ কথা কয় তেবে সি ঈশ্বৰৰ্
প্ৰত্যাদিষ্ঠ বাক্যৰ্ নিচিনাকৈ কওক্ । কোনোবায়
যেদি দান্ দিয়ে তেবে যি শক্তি ঈশ্বৰে তাক্ দিচে
সেই শক্তানুসাৰে সি জনে দিয়োক যি এটাই কৰ্ম্মেৰে
যিশু খ্ৰীষ্টৰ্ দোৱাৰা ঈশ্বৰে মাহাত্ম্য পায় যাক্
স্তুতি আৰু ৰাজ্য সদায় সৰ্ব্বকালে দিয়া হোক্
আমিন্ ।—

১২ হে প্ৰিয়হঁৎ যি অগ্নিময় পৰীক্ষায় তোমোলাকৰ্

পৰীক্ষা কৰিব কোনো অসম্ভাৱ্য গতি তোমালোকৎ
মিলিলে যেনেকুৱা হলহেঁতেন তেনেকুৱা তাক্ অসম
১৩ ভাৱ্য নেভাবিবা। কিন্তু খ্ৰীষ্টৰ দুঃখভাগী হো
ৱাৎ আনন্দ কৰা যেন তেওঁৰ গৌৰৱ প্ৰকাশ
হোৱা কালৎ তোমালোকে অতিশয় আনন্দেৰে
১৪ আনন্দিত হোৱা। যেদি খ্ৰীষ্টৰ নামৰ নিকোনে
তোমালোক্ নিন্দিত হোৱা তেবে তোমালোক্
ধন্য কিয়নো গৌৰৱৰ আৰু ঈশ্বৰৰ আত্মা তোমা
লোকৰ ওপৰৎ অৱস্থিতি কৰে সিহঁতৰ পক্ষে তেওঁ
অপবাদিত হয় কিন্তু তোমালোকৰ পক্ষে তেওঁ
১৫ মহদ্ৰূপে মানিত আছে। কিন্তু তোমালোকৰ কো
নোএ মানুহবধী নাইবা চোৰ নাইবা অনধিকাৰ
১৬ চৰ্চ্চাৰ নিচিনা দুঃখ নপাওক্ কিন্তু যেদি কোনোএ খ্ৰীষ্টি
য়ানৰ নিচিনা দুঃখ পায় সি জন লজ্জিত নোহোক
১৭ কিন্তু এই নিকোনে ঈশ্বৰক্ স্তুতি কৰোক্। কিয়নো
ঈশ্বৰৰ মন্দিৰৎ দণ্ড দিয়াৰ আৰম্ভৰ কাল উপগত
হইছে আৰু আমাৰ ওপৰৎ যেদি সি প্ৰথমতে হয়
তেবে যিবিলাকে ঈশ্বৰৰ শুভবাৰ্ত্তা নেমানে সিহঁতৰ
শেহ কি হব পাৰমাৰ্থিকৰ পৰিত্ৰাণো যেদি দুঃসাধ্য
হয় তেবে অমেধৰক্ আৰু পাতকি লোকহঁত কৎ
১৮ দেখা হব। এতেকেই যিবিলাকে ঈশ্বৰৰ ইচ্ছাৰ
মতে দুঃখ পায় সিহঁতে তেওঁক্ সত্যতো সৃষ্টিকৰ্ত্তা
বুলি জানি সুকৰ্ম্ম কৰাৰে আপোনাইঁতৰ আত্মা
তেওঁৰ হাতৎ সুঁপি দিয়োক্।—

পর্ব্ব যি ইঁচালোকইঁৎ তোমোলাকৰ মাজৎ আছে
৫ সিবিলাকক ইঁচা অথচ খ্রীষ্টৰ যাতনাৰ এক সাকী
অথচ যি গৌৰৱ প্রৌচিক কৰিবলগা তাৰ এক ভাগী
২ মই এই ওপদেশ কৰোঁ। ঈশ্বৰৰ যি জাক তোমো
লাকৰ মাজৎ আছে তাৰ ৰক্ষাকৰণ ৰাব আনৰ
৩ বলাৎকাৰৎ নহয় কিন্তু স্বেচ্ছাপূর্ব্বক মযল লোভেৰে
নহয় কিন্তু ব্যগ্রমনেৰে গ্রহণ কৰি আৰু আধিপত্যৰ
ওপৰৎ দণ্ড কৰণৰূপে তেনেকুৱা নহয় কিন্তু জাক
ৰ আদৰ্শ্যৰ নিচিনা হই সেই জাকক চৰোৱা।
৪ আৰু প্রধান ৰক্ষক যেতিয়া আহিব তেতিয়া তোমো
৫ লাকে অক্ষয় এক গৌৰৱৰূপ কিৰিটি পাবা। হে ডে
কাইঁৎ তোমোলাক ইঁচাইঁতৰ বশগত হোৱা আৰু
এটাই আন্যোআন্যে বশগত হোৱা আৰু নম্রভাৱে
পৰিহিত হোৱা কিয়নো ঈশ্বৰে অহঙ্কাৰিইঁতৰ বৈপ
ৰীত্য কৰে কিন্তু নম্রলোকইঁতক প্রতি অনুগ্রহ কৰে।
৬ ঈশ্বৰে তোমোলাকৰ নিকোনে চিন্তা কৰে এয়েৰেই
৭ তোমোলাকৰ এটাই চিন্তা তেঁওৰ ওপৰৎ পেলায় তেঁ
ওৰ পৰাক্ৰমী হাতৰ তলৎ আপোনাইঁতক নম্র কৰা
৮ যেন তেঁও ওচিত কালৎ তোমোলাকক তোলে। তো
মোলাক সজ্ঞান হোৱা পৰ্দিয়োঁতা হোৱা কিয়নো
কাকোবাক খায় পেলাব পাৰিব এই বিচাৰি তোমো
লাকৰ শত্রু শয়তান গৰ্জোতা সিংহৰ নিচিনাকৈ
৯ ফুৰিছে। তোমোলাকৰ যি ভাইইঁৎ জগতীত আছে
সিইঁতৰ মাজৎ সেই দুঃখ পূর্ণ হয় ইয়াক জানি

১০ প্ৰতীতিৰে থিৰ হুই তাৰ্ বিৰুদ্ধে কৰা। কিন্তু খ্ৰীষ্ট
য়িশুৰ দোৱাৰা আমাক্ আপোন অনন্ত গৌৰৱেৰে
আহ্বান কৰিছে এনেকুৱা যি সৰ্ব্বানুগ্ৰহদিয়োঁতা ঈশ্ব
ৰ তেঁও তোমোলাকৰ কিছু কাল দুঃখ পাবৰ্ পিচৎ
তোমোলাকক্ সম্পূৰ্ণ আৰু স্থিৰ্ আৰু বলৱন্ত আৰু
১১ অলড় কৰোক। তেঁওক্ প্ৰতি মাহাত্ম্য আৰু
কৰ্ত্তৃত্বৰ্ শ্লাঘা সদা সৰ্ব্বক্ষণে হোক্। আমিন্।
১২ মোৰ্ শোৰিৎ বিশ্বাসী এক ভায় সিল্বানসৰ্ দোৱাৰা
ময় উপদেশ কৰি আৰু যি অনুগ্ৰহেৰে তোমোলাক্
থিয় হুইছা সেয়ে ঈশ্বৰৰ্ সঁচা অনুগ্ৰহ এই প্ৰমাণ
কৰি সংক্ষেপে তোমোলাকক্ প্ৰতি লেখিছোঁ তোমাৰ্
১৩ সহমনোনীত বাবেলস্থ মণ্ডলীএ তোমোলাকক্ নমস্কাৰ্
কৰে তেনেকৈ মোৰ্ পুত্ৰ মাৰ্কে কৰে চেনেহৰূপ
১৪ চুমাৰে এজনে আন্ এজনক্ আলিঙ্গন কৰা। তো
মোলাকৰ্ যিমান মানুহ প্ৰভু য়িশু খ্ৰীষ্টৎ হয় সেই
লোকবিলাকৰ্ কুশল্ হোক্। আমিন্।—

# পিতৰৰ দ্বিতীয় সাধাৰণ কাকৎ।—

## ১ প্ৰথম পৰ্ব্ব।

১ যিবিলাকে ঈশ্বৰৰ আৰু আমাৰ তাৰক যিশু
খ্ৰীষ্টৰ পৰমাৰ্থে আমাৰ নিচিনাকৈ বহুমূল্য প্ৰতী
তি পাইছে সিবিলাকক প্ৰতি যিশু খ্ৰীষ্টৰ সেৱক আৰু
পাঁচনী শিমোন পিতৰে কাকৎ লিখে।—
২ যি জনে আপোনাৰ গৌৰৱেৰে আৰু প্ৰভাৱৰ দো
৩ ৱাৰা আমাক মাতিছে আৰু তোমোলাকে জগতীস্থ
কামজাত পাতক আচাৰৰপৰা উদ্ধৃত হৈ ঈশ্বৰী
৪ য়া স্বভাৱভাগী হোৱা এই নিকোনে যাৰ দোৱাৰা
আমাক অত্যন্ত বৰ আৰু বহুমূল্য প্ৰতিজ্ঞা দিয়া হয়
তদ্বিষয়ক জ্ঞানৰ দোৱাৰা যেনেকৈ উঁওৰ ঈশ্বৰীয়
৫ পৰাক্ৰম পৰমায়ুৰ নিকোনে আৰু ঈশ্বৰ সেৱাৰ নি
কোনে এটাই বেহালি আমাক দিছে তেনেকৈ ঈশ্বৰ
আৰু আমাৰ প্ৰভু যিশুবিষয়ক জ্ঞানৰ দোৱাৰা তো

মোলাকক্ প্ৰতি অনুগ্ৰহ আৰু কুশল্ উত্তৰোত্তৰ্
৬ বাঢোক্। এই নিকোনে তোমোলাকে যতন কৰি
আপোনাৰ্ প্ৰতীতিৰ্ লগৎ প্ৰভাৱ্ সাঁঠা আৰু
প্ৰভাৱৰ লগৎ জ্ঞান আৰু জ্ঞানৰ্ লগৎ জিতেন্দ্ৰিয়
৭ তা আৰু জিতেন্দ্ৰিয়তাৰ্ লগৎ সহিষ্ণুতা আৰু
সহিষ্ণুতাৰ্ লগৎ ঈশ্বৰসেৱা আৰু ঈশ্বৰসেৱাৰ
৮ লগৎ সৌভাত্ৰ আৰু সৌভাত্ৰৰ্ লগৎ চেনেহ সং
যুক্ত কৰা কিয়নো যেদি এইবিলাক্ তোমোলাকৰ্
মাজৎ হয় আৰু সৰহো হয় তেৱে সি তোমোলা
কক্ এনেকুৱা কৰিব যেন্ আমাৰ প্ৰভু য়িশু খ্ৰীষ্টৰ্
বিষয়ক্ জ্ঞানেৰে তোমোলাকে আলঙ্কুৱা আৰু অ
৯ ফল্ নকৰা। কিন্তু যাৰ্ এইবিলাকৰ্ অসত্তা
হয় সেই জন অন্ধলা আৰু আপোনাৰ্ ঠক্ মুদিৎ
কৰিছে আৰু আপুনি যেন্ আপোনাৰ্ পূৰ্ব্বৰ্
পাতকৰ্পৰা পৰিষ্কৃত হল্ তাতে পাহৰিছে।
১০ এয়েৰেই হে ভায়ইঁৎ তোমোলাক্ আপোনাইঁতৰ্
আহ্বান আৰু মনোনীত্ হোৱা স্থিৰ কৰিবৰ্ নিকো
নে তাতে সৰহ যত্নৱন্ত হোৱা কিয়নো যেদি তোমো
লাকে এই কাম্ কৰা তেৱে কেতিয়াও নপৰিবা।
১১ আৰু এনেকুৱা আমাৰ প্ৰভু আৰু তাৰক য়িশু খ্ৰীষ্টৰ্
অক্ষয় ৰাজ্যৎ সোমাবলৈ অতি বহল্কৈ তোমো
১২ লাকক্ দিয়া হব। এয়েৰেই তোমোলাকে এই কথা
জাত হইচা আৰু এই বৰ্ত্তমান্ সত্যতাৰে স্থিৰো হই
চা হয় তথাপি তোমোলাকক্ এই কথা নিতৌ সোঁৱৰা

১৩ বলৈ মই আলঙ্কৰা ব্ৰহ্মম্ । আমাৰ প্ৰভু য়িশু
খ্ৰীষ্টে যেনেকৈ মোক্ দেখুৱাইছে কিঞ্চিৎ কালৰ্
১৪ পাছত মোক এই মোৰ তাম্বু এৰিব লাগিব মই
ইয়াকো জানি যেতেবেলি এই তাম্বুত থাকোঁ
তেতেবেলিলৈকে তোমোলাকৰ্ মনত দিবৰ্ দোৱাৰা
তোমোলাকক্ ঘাটিবলৈ যি যোগ্য তাক্ মই শোবি
১৫ কৰোঁ। মই যতনো কৰিম যেন্ মোৰ মৰণৰ্ পাছত
১৬ এই কথা তোমোলাকৰ্ মনত নিতৌ থাকে। কিয়
নো যেতিয়া আমাৰ্ প্ৰভু য়িশু খ্ৰীষ্টৰ্ পৰাক্ৰম আৰু
আগমন আমি তোমোলাকৰ্ কাষৰত প্ৰৌচিক্ কৰি
লোঁ তেতিয়া আমি স্বকপোলৰচিত কাহিনীৰ্ অনু
১৭ গামী নাছিলোঁ। কিন্তু তেঁওৰ্ মহিমাৰ্ প্ৰত্যক্ষ
১৮ সাক্ষী আছিলোঁ। কিয়নো এয়ে মোৰ্ প্ৰিয়পুত্ৰ
যিহত মোৰ্ বৰ্ তুষ্টি আছে এই বচনবোধক্ শবদ
যেতিয়া তেঁওক্ প্ৰতি সেই উত্তম কান্তিৰপৰা ওলাল
তেতিয়া ঈশ্বৰ্ পিতৃৰপৰা তেঁও সৎকাৰ্ আৰু গৌ
ৰৱ পালে আমি যেতিয়া পবিত্ৰ পৰ্ব্বতত তেঁৱে সৈতে
আছিলোঁ তেতিয়া স্বৰ্গৰপৰা অহা সেই শবদ আমি
১৯ শুনিলোঁ। আমাৰ্ ইয়াতকৈও স্থিৰ আচাৰ্য্য
২০ বাক্য আছে আৰু ধৰ্ম্মগ্ৰন্থৰ্ কোনো আচাৰ্য্যবাক্য
মানুহৰ্ স্বমনোজাত যেন্ নহয় ঈয়াক প্ৰথমতে
জানি যেতিয়ালৈকে তোমোলাকৰ্ মনত ৰাতি নুপু
ৱায় আৰু ভোটা তৰা যেতিয়ালৈকে নোলায়
তেতিয়ালৈকে যেনেকৈ অন্ধময় ঠাইত দীপিতি

কৰোঁতা জ্যোতিক্ প্ৰতি নিৰীক্ষণ কৰা হয় তেনেকৈও
২১ তাক্ প্ৰতি নিৰীক্ষণ কৰা তোমোলাকৰ্ সজ । কি
য়নো পূৰ্ব্বকালৎ মানুহৰ্ ইচ্ছাদোৱাৰা আচাৰ্য্যবাক্য
প্ৰৌচিক্ নাচিল্ কিন্তু ধৰ্ম্মাত্মাৎ প্ৰবৃত্ত ঈশ্বৰৰ্ পুণ্য
মনুষ্য লোকবিলাকে কলে ।

পৰ্ব্ব কিন্তু লোকবিলাকৰ্ মাজৎ মিচা আচাৰ্য্যবিলাকো
২ আচিল্ তেনেকৈও যি প্ৰভুএ সিহঁতক্ ক্ৰয় কৰিলে
তঁওৰ্থে শৈশ নেকাচি আৰু আপোনাহঁতৰ্ ওপৰৎ
২ সৰ্ব্বনাশ্য ধৰ্ম্মকৈ আনয়ন কৰি দণ্ডনীয় হেৰেশী ওপ্ততে
সোমওতা মিচা শিক্ষওঁতাহঁতো তোমোলাকৰ্ মাজৎ
হব আৰু সিহঁতৰ্ নাশক্ বাটৰ্ অনুবৰ্ত্তী ভালে
মান হব যিহেতুক্ সত্যবাক্য বাটৰ্ অযশস্যা
৩ হব । আৰু সিহঁতে লোভৰ্ নিকোনে কপটে কথা
কৈ তোমোলাকক্ বেচিবলগা বেহানি কৰিব সিহঁ
তৰ্ শাস্তিএ এতিয়া ভালে দিনৰেপৰা পলম নকৰে
৪ আৰু সিহঁতৰ্ সৰ্ব্বনাশে নোটোপনিয়ায় । কিয়নো
৪ যেদি ঈশ্বৰে সেই পাতক্ দূতহঁতক দয়া নকৰি
লে কিন্তু শোধিৰ্ নিকোনে ৰক্ষিত সিহঁতক্ নৰ
কৎ পেলায় দি অন্ধকাৰৰূপ জিজিৰৎ সমৰ্পি দিলে
আৰু পূৰ্ব্বৰণি জগতকো দয়া নকৰিলে কিন্তু ঈশ্বৰ
সেৱক্ জগতৰ্ ওপৰৎ পানি বলিয়া আনি পৰ
মাৰ্থ কীৰ্ত্তনকৰোঁতা অষ্টম পুৰুষ নূহক্ পৰিত্ৰাণ কৰি
৬ লে আৰু সদোম আৰু ওমৰাহ নগৰ্ ভস্ম কৰি তাৰ্
পাচৎ ঈশ্বৰদ্ৰোহাৰ অনুকৰণকাৰী যিমান মানুহে

ইহঁতৰ্ আদর্শ কৰি বিনাশেৰে সিহঁতৰ্ জগাৰ্
৭ পুতাঙ্ক কৰিলে আৰু দুর্জ্জন লোকহঁতৰ্ অপৰিষ্কৃত
৮ বার্ত্তাৎ শোকান্বিত যি পৰমার্থিক্ লোট তাক্ নিস্তাৰ্
কৰিলে কিয়নো সি পৰমার্থিক্ পুৰুষ সিহঁতে সৈতে
বসতি কৰি সিহঁতৰ্ অশাস্ত্র কর্ম্মৎ আৰু তাক্
দেখা শুনাৎ আপোনাৰ্ পৰমার্থিক্ মন দিনৌ দিনৌ
৯ শোকান্বিৎ কৰিলে। ঈশ্বৰে স্বসেৱকহঁতক্ পৰী
ক্ষাৰ্পৰা উদ্ধাৰ কৰিবলৈ আৰু অপৰমার্থিকহঁতক্
শাস্তি পাবলৈ শোধিৰ্ দিনালৈকে ৰক্ষা কৰিব জা
১০ নে। কিন্তু যিবিলাকে শাৰীৰাভিলাষানুসাৰে
কুকর্ম্ম কৰে আৰু ৰাজশাসন ইতিকিং কৰে
১১ এটাইতেকৈ সৰহ সিহঁতক্। সিবিলাক্ নির্ভয়
আৰু স্বেচ্ছাকৰোঁতা আৰু মহৎ বাবৰ্ অযশস্যা
১২ কৰিবলৈ ভয় নকৰে। কিন্তু সিবিলাকৎকৈও
বলৱন্ত আৰু পৰাক্রমী দূতহঁতে প্রভুৰ্ আগৎ
নিন্দাকৰোঁতা অপবাদ সিহঁতৰ্ বিপৰীতে নিদিয়ে।
১৩ কিন্তু ইহঁৎ স্বাভাবিক্ বীর্য্য নাশিতৰা অবোধি পশুৰ্
নিচিনা যিহক্ নবুজে তাক্ অপবাদ দিয়ে আৰু
অপৰমার্থৰ্ ফল্ পায় আপোনাহঁতৰ্ নেওৰৎ এটাই
১৪ বিলাক্ বিনাশ হব। ইহঁতে দিনৎ ক্ষতিয়া
আচাৰকো সুখ বুলি আৰু সাঁচ আৰু খুন হই
আৰু তোমোলাকে সৈতে যি কালৎ ভোজন কৰে
১৫ সেই কালৎ আপোনাহঁতৰ্ কপটে সৈতে ক্রীড়া
কৰি আৰু পৰস্ত্রীগাজোঁতালিৰে পূর্ণ আৰু পাপ

তিয়াগ কৰিব নোৱাৰে এনেকুৱা চকুযুক্তো হুই
১৬ আৰু চঞ্চলমনাইঁতৰ্ ভণ্ডকো হুই আৰু লোভাচাৰী
অন্তঃকৰণবিশিষ্টো হুই আৰু শাপগ্রস্ত লৰাইঁৎ
হুই আৰু প্রুস্তত বাট এড়ি অপৰমাৰ্থৰ্ বহনমূল্যো
তে চেনেহ কৰোঁতা আপোন অপৰমাৰ্থতাৰ্ নিকোনে
অনুযুক্ত বোশৰৰ্ পুতেক্ বিলআমৰ্ বাটগামীও
হুই ভ্রমী হুইছে আঁকৰা গাধি মানুহৰ্ কথা কৈ
১৭ সেই আচাৰ্য্যৰ্ বলিইয়া হাক্ দিলে। যিবিলাকৰ্
নিকোনে সদাসৰ্ব্বক্ষণলৈকে অন্ধকাৰৰ্ কালিমা
সংৰক্ষিত আছে এনে যি ইহঁৎ নিপানি নাদ আৰু
বতাহৎ বাহিৎ ডাৱৰ্ আৰু যিবিলাকে ভ্রান্ত্যা
১৮ চাৰিহঁতক্ এড়ি সাৰিছিল্ সিবিলাকক্ শাৰীৰিক্
কাম্ আৰু বৰ্ লম্পটতাৰণক্ সিবিলাকে মহাফাতি
হা কথাকৈ ভুলায় যিকালৎ সিবিলাকক্ পুতি সিবি
লাকে মোক্ষ পুতিজ্ঞা কৰে সেই কালৎ আপোনাইঁৎ
১৯ গেলাৰ্ বন্দী কিয়নো যিহৎ কোনো পৰাজিৎ হয়
২০ তাৰে সি জন দাসত্বৰ্ অধীন কৰা যায়। আমাৰ্
প্রভু আৰু ত্ৰাণকৰ্ত্তা যিশু খ্রীষ্টবিষয়ক্ জ্ঞানৰ্ দোৱাৰা
সংসাৰৰ্ অশুচিতা এড়ি সৰাৰ্ পাচৎ যেদি সিহঁৎ
তাৰেই আটকি থাকে আৰু পৰাজিত হয় তেৱে
২১ সিবিলাকৰ্ শেহ পুথমৎকৈও বয়া। কিয়নো
পৰমাৰ্থৰূপ বাট জানিলৎ পাচে যি পবিত্ৰ আজ্ঞা
সিহঁতক্ দিয়া হল্ সেই আজ্ঞা তিয়াগ কৰা
২২ বৰে পৰমাৰ্থৰূপ বাট নজনা ভাল্। কিন্তু সিহঁ

তৰ্ ওপৰৎ সেই সত্য দৃষ্টান্তানুসাৰে ঘটিছে
যি কুকুৰে আপোনাৰ্ বাঁতি খাবলৈ আৰু বোৱা
গাহৰি বোকাৎ বাগড়িবলৈ ওভতিছে।

পৰ্ব্ব হে প্ৰিয়বিলাক্ এই দ্বিতীয় কাকৎ ময় এতিয়া
৩ তোমোলাকক্ প্ৰতি লিখোঁ যিহেৰে ময় স্মৰণি দিবৰ্
নিমিত্তে তোমোলাকৰ্ শৰল্ মন সচেতন্ কৰোঁ।
২ তেঁওৰ্ আগমনৰ্ প্ৰতিজ্ঞা কৎ কিয়নো পিতৃবিলাকৰ্
নিদ্ৰাগত হোৱাৰ্ পাছৎ সৃষ্টিকালৰ্ প্ৰথমৰেপৰা
যেনেকুৱা আছিল তেনেকুৱা এটাই বেহানি থাকে
৩ এই বাক্যবোলোঁতা আপোনাহঁতৰ্ অভিলাষৰ্ মতা
চাৰী নিন্দকবিলাক্ শেহকালৎ হব তোমোলাক্
প্ৰথমতে ইয়াক জানি আগেই পুণ্যবান আচাৰ্য্যবিলা
কৰ্ মুখে যি কথা কোৱা গৈছে সেই কথা আৰু
প্ৰভু অথচ তাৰকহঁতৰ্ পাঁচনী যি আমি আমাৰ্ আ
৪ জ্ঞাও মনৎ ৰাখা। কিয়নো সিহঁতে স্বেচ্ছাপূৰ্ব্বক ই
য়াৎ অজ্ঞান্ যি স্বৰ্গ আৰু জল ওলায় আৰু পাণিৰে
৫ প্ৰতিপালিৎ পৃথিবী পূৰ্ব্বকালৎ ঈশ্বৰৰ্ বাক্যদোৱাৰা
আছিল্ যিহেৰে সেইকালৰ্ জগৎ জলাপ্লাবিৎ হই
৬ নষ্ট হল্। কিন্তু সোধ কৰণ আৰু ঈশ্বৰসেৱক্ লোক
বিলাকৰ্ বিনাশ দিনলৈকে জুইৰ্ নিমিত্তে সং
৭ ৰক্ষিৎ এই বৰ্ত্তমান স্বৰ্গ আৰু পৃথিবী সেই বাক্য
৮ কৰণকো ৰক্ষিত আছে। কিন্তু হে প্ৰিয়হঁৎ তো
মোলাকে এই বিষয়ৎ অজ্ঞান নহবা যি প্ৰভুৰ
লগৎ এক দিন সহস্ৰ বৎসৰৰ্ নিচিনা আৰু সহস্ৰ

৯ বৎসৰ এক দিনৰ নিচিনা। যেনেকৈ লোকহঁতে
শৈথিল্য বুজে তেনেকৈ আপোন প্ৰতিজ্ঞাৰ অৰ্থে
ঈশ্বৰ শিথিল নহয় কিন্তু কোনো জনৰ সৰ্ব্বনাশ
অনিচ্ছুক তথাপি এটাই মানুহে যেন মনপাল
টায় এতদিচ্ছুক হই তেঁও আমাক প্ৰতি বহুকাল
১০ সহিষ্ণু আছে। কিন্তু যেনেকৈ ৰাতিতে চোৰ
আহে তেনেকৈ যিহেৎ ঝঞ্জন শবদ কৰি স্বৰ্গ
লুপ্ত হব আৰু মহা ওত্তাপৎ সৃষ্টি পমি যাব আৰু
পৃথিবী তাৰ এটাই কাৰ্য্য সমন্নিতে দগ্ধ হব ঈশ্ব
১১ ৰৰ দিন এনেকৈ আহিব। এতেকেই এইবিলাক
যেদি পমি যাব তেবে যি দিশা স্বৰ্গ প্ৰজ্বলিত হই
পমি যাব আৰু সৃষ্টি মহোত্তাপেৰে পমি যাব তো
মোলাকে ঈশ্বৰৰ সেই দিনাপেক্ষী আৰু তৎসমীপে
১২ বেগগামী হই মন কৰা যেন এটাইবিধি পুণ্য
চৰণ আৰু ঈশ্বৰসেৱা কৰণেৰে তোমোলাকৰ
১৩ কি বিধি লোক হোৱা ওচিত। কিন্তু যিবিলাকৰ
মাজৎ পৰমাৰ্থে বসতি কৰে এনেকুৱা নবীন স্বৰ্গ
আৰু নবীন পৃথিবীলৈ আমি তেঁওৰ প্ৰতিজ্ঞানুসাৰে
১৪ অপেক্ষা কৰোঁ। এয়েৰেই হে প্ৰিয়ইৎ তোমো
লাকে এইবিধি বেহানিলৈ অপেক্ষক হই কাৰ্য্যৰ কৰা
১৫ যেন তোমোলাক শাঁচ আৰু দোষৰহিত তেঁওৎ পোৱা
হোৱা আৰু ইয়াক মানা যেন প্ৰভুৰ দীৰ্ঘ সহিষ্ণু
তাই ত্ৰাণস্বৰূপ আমাৰ প্ৰিয়ভায় পাওল যি জ্ঞান

তেঁওক্ দিয়া গৈছে তদনুসাৰে তোমোলাকক্ প্ৰতি
যেনেকৈ লিখিছে আৰু তেঁওৰ্ এটাই কাকতৎ যেনে
কৈ এতদ্বিষয়ক্ কথা লিখিছে যিহৎ কেৎবিলাক্
১৬ দুৰ্ব্বোধ্যবাক্য হয় যি অজ্ঞান আৰু অস্থিৰ্ লোকইঁতে
যেনেকৈ ধৰ্ম্মগ্ৰন্থৰ্ আন্ আন্ বাক্য অৰ্থান্তৰ্ কৰে
তেনেকৈ আপোনাইঁতৰ্ সৰ্ব্বনাশাৰ্থ অৰ্থান্তৰ্ কৰে।
১৭ এয়েৰেই হে প্ৰিয়ইঁৎ তোমোলাকে ইয়াক্ আগেই
জ্ঞাত হই সাৱধান হোৱা জানো দুষ্টইঁতৰ্ ভ্ৰমৎ
ভ্ৰান্ত হই তোমোলাকে আপোনাইঁতৰ্ স্থিৰতাৰপৰা
চ্যুত হোৱা কিন্তু অনুগ্ৰহৎ আৰু আমাৰ্ প্ৰভু আৰু
১৮ ত্ৰাৰক্ য়িশু খ্ৰীষ্টবিষয়ক্ জ্ঞানৎ বাঢ়া। তেঁওৰ্
মাহাত্ম্য এতিয়া আৰু সদায় হোক্। আমিন।—

# য়োহনৰ্ প্ৰথম সাধাৰণ কাকৎ।—

## ১ প্ৰথম পৰ্ব্ব।

১ জীৱনদীয়োঁতা বাক্যৰ্ যি যি প্ৰথমৰেপৰা আ
ছিল্ যিহক্ আমি শুনিচোঁ আৰু আপোনাইঁতৰ্ চকু
ৰে যিহক্ দেখিচোঁ আৰু যাৰ্ ওপৰৎ আমি দৃষ্টি
পাৎ কৰিচোঁ আৰু আপোন হাতেৰেও যিহক্ প্ৰত্যক্ষ
২ কৰিচোঁ তাক্ আমি জনাঁও। কিয়নো জীৱন
প্ৰৌচিক্ কৰা গল্ আৰু আমি তাক্ দেখিচোঁ
আৰু তাতে প্ৰমাণ দিয়োঁ আৰু অনন্ত আয়ু পিতৃৰ্
কাখৰৎ আছিল্ আৰু আমাৰ কাখৰৎ প্ৰৌচিক্
হইছিল তাক্ তোমোলাকৰ্ প্ৰতি আমি জনাঁও।
৩ আমি যিহক্ দেখিচোঁ আৰু শুনিচোঁ তাক্ আমি
তোমালাকৎ প্ৰৌচিক্ কৰোঁ যেন্ আমাৰ লগৎ তো
মোলাকৰ্ একশীলতা হয় আৰু এয়ে নিশ্চয় যেন্
আমাৰ একশীলতা পিতৃ আৰু তেঁওৰ্ পুত্ৰ য়িশু
৪ খ্ৰীষ্টে সৈতে আছে। আমি তোমোলাকক্ প্ৰতি
এই কথা লিখোঁ যেন্ তোমোলাকৰ্ আনন্দ পূৰ্ণ হয়।

৫ যি কথা আমি তেঁওৰ কাষৰৎ শুনি তোমোলোকক
প্ৰতি প্ৰেচিক্ কৰোঁ সেই কথা এই ঈশ্বৰ জ্যোতিঃ
স্বৰূপ আৰু তেঁওৰ মাজৎ একো অন্ধকাৰ নাই।
৬ যেদি আমি কঁও তেঁৱে সৈতে আমাৰ একশীলতা আ
চে অথচ অন্ধকাৰৎ ভ্ৰমণ কৰোঁ তেবে আমি মিচা
৭ কথা কঁও আৰু সঁচা কর্ম্ম নকৰোঁ কিন্তু যেনে তেঁও দী
প্তিৎ আচে আমি যেদি তেনে দীপ্তিৎ আচৰণ কৰোঁ
তেবে আমাৰ অন্যোঅন্যে একশীলতা হয় আৰু তেঁ
ওৰ পুত্ৰ য়িশু খ্ৰীষ্টৰ তেজে আমাক্ এটাই পাপৰূপৰা
৮ পবিত্ৰ কৰে। যেদি আমি কঁও আমাৰ পাতক্
নাই তেবে আমি আপোনাহঁতৰ ভ্ৰান্তি ওপজাওঁ
৯ আৰু সত্যতা আমাৰ মাজৎ নাই। আমি
যেদি আপোনাহঁতৰ পাপ শ্বী কৰোঁ তেবে আমাৰ
পাপ মৰ্ষণ কৰিবলৈ আৰু আমাক্ এটাই অপৰমা
ৰ্থৰূপৰা পৰিষ্কাৰ কৰিবলৈ তেঁও বিশ্বাসি আৰু পৰ
১০ মাৰ্থিক্ আচে। যেদি আমি কঁও বোলোঁ আমি পাপ
কৰা নাই তেবে তেঁওক্ মিচলীয়া কৰোঁ আৰু তেঁওৰ
বাক্য আমাৰ মাজৎ নাই।—

পর্ব্ব হে মোৰ সৰু লৰাহঁৎ তোমোলাকলৈ মই এই
২ কথা লিখোঁ যেন তোমোলাকে পাতক্ নকৰা যেদি
কোনোএ পাপ কৰে তেবে পিতৃৰ ওচৰৎ আমাৰ এক
২ কটকি আচে তেঁৱেই য়িশু খ্ৰীষ্ট পৰমাৰ্থিক্। তেঁৱেই
আমাৰ পাতক্ খণ্ডনাৰ্থ প্ৰায়শ্চিত্ত আৰু অকল্ আ
৩ মাৰ্ নহয় কিন্তু এটাই জগতৰ। যেদি আমি তেঁওক্

আজ্ঞা পালোঁ তেবে আমি তদ্দ্বাৰা নিশ্চয় জানোঁ
৪ যি তেঁওক জানোঁ। আমি তেঁওক জানোঁ যি তেঁওৰ
আজ্ঞা নেপালি এই কথা কয় সি মিছলীয়া আৰু
৫ তাৰ মাজৎ সত্য নায় কিন্তু যি তেঁওৰ বাক্য পালে
ঈশ্বৰৰ চেনেহ তাৰ মাজৎ নিশ্চয় পূর্ণ আছে
৬ ইয়াৎ আমি জানি আমি তেঁওৰ মধ্যবর্ত্তী। যি
কয় বোলে ময় তাৰ মধ্যবর্ত্তী তেঁও আপুনি
যেনেকৈ আচৰিলে তেনেকৈ আচৰিবৰ তাৰ
৭ প্ৰয়োজন। হে ভায়হঁৎ ময় কোন্ নবীন
৮ আজ্ঞা নিলিখোঁ কিন্তু যি প্ৰথমৰেপৰা তোমোলাকৰ
কাষৰৎ আছিল সেই পুৰণি আজ্ঞা লিখোঁ যি কথা
তোমোলাকে প্ৰথমৰেপৰা শুনিছা সেই পুৰণি আ
৯ জ্ঞা। আৰুও ময় এক নবীন আজ্ঞা তোমোলাকক
প্ৰতি লিখোঁ সেই বাক্য তেঁওৰ মাজৎ আৰু তোমো
লাকৰ মাজতো সঁচা আছে কিয়নো অন্ধকাৰ এতি
১০ য়া গত হইছে আৰু সঁচা পহৰে দীপিতি কৰে। যি
আপোন ভায়েকক ঘিনায় ময় পহৰৎ থাকোঁ এই
১১ কথা কয় সি এতিয়ালৈকে অন্ধকাৰত আছে। যি আ
পোন ভায়েকক চেনেহ কৰে সি দীপ্তিৎ থাকে আৰু
তাৰ মাজৎ খুটি খোৱাৰ কাৰোণ একো নায়।
কিন্তু যি আপোন ভায়েকক ঘিনায় সি অন্ধকাৰৎ
থাকে আৰু অন্ধকাৰৎ ভ্ৰমি ফুৰে যায় তা সেই নে
জানে কিয়নো অন্ধকাৰে তেঁওৰ চকু অন্ধলা কৰি
১২ ছে। হে সৰু লৰাহঁৎ তোমোলাকলৈ ময় লিখোঁ

কিয়নো তেঁওৰ্ নামৰ নিকোনে তোমোলাকৰ্ পাপ
13 মৰ্ষণ হুইচে। হে পিতৃবিলাক ময় তোমোলাক
কৈলে লিখোঁ কিয়নো যি প্ৰথমৰেপৰা আচে তাক্ তো
মোলাকে জানিচা। হে ডেকাহঁত তোমোলাকক্
প্ৰতি ময় লিখোঁ কিয়নো তোমোলাকে দুষ্টক্ পৰাজয়
কৰিচা হে সৰু লৰাহঁৎ তোমোলাককৈলে ময় লিখোঁ
কিয়নো তোমোলাকে পিতৃক্ জানিচা। হে পিতৃ
বিলাক তোমোলাককৈলে ময় লিখিচোঁ কিয়নো প্ৰথমৰে
14 পৰা যি তেঁওক্ তোমোলাকে জানিচা। হে ডেকা
হুঁৎ তোমোলাককৈলে ময় লিখিচোঁ কিয়নো তোমো
লাক্ বলৱন্ত আচা আৰু ঈশ্বৰৰ্ বাক্য তোমোলা
কৰ্ মাজৎ অৱস্থিতি কৰে আৰু তোমোলাকে সেই
15 দুষ্টক্ পৰাজয় কৰিচা। জগতক আৰু জগতীস্থ
বেহানিক চেনেহ নকৰা যেদি কোনোএ জগতক্
চেনেহ কৰে তেবে পিতৃৰ্ চেনেহ তাৰ্ মাজৎ নায়।
16 কিয়নো সংসাৰৰ্ মাজৎ যিবিলাক আচে অৰ্থাৎ
শাৰীৰিক অভিলাষ আৰু চকুৰ্ অভিলাষ আৰু বি
ষয়াৰ্থক অহঙ্কাৰ সেই পিতৃৰপৰা নহয় কিন্তু সং
17 সাৰৰ্পৰা হয়। আৰু সংসাৰ্ আৰু তদভিলাষ
হৈ যায় কিন্তু যি ঈশ্বৰৰ্ ইস্ত কৰে সি সদায় থাকিব।
18 হে সৰু লৰাহঁৎ শেহ কাল হুইচে আৰু বিপৰীত
খ্ৰীষ্ট হুব এই কথা তোমোলাকে যেনে শুনিচা
তেনে এই কালতো ভালেমান বিপৰীত খ্ৰীষ্ট আচে
19 এয়েৰেই আমি জানোঁ এই শেহ কাল। সিহঁৎ

আমাৰ ওচৰৰ্পৰা গল্ হয় কিন্তু সিহঁৎ আমাৰ দ
লীয়া নাছিল্ কিয়নো নিঃসংশয় সিহঁৎ যেদি আমাৰ
দলীয়া হল্হেঁতেন তেবে আমাৰ লগৎ থাকিল্হেঁ
তেন কিন্তু সিহঁৎ এটাই আমাৰ মানুহ নহয় এয়ে প্ৰো
২০ চিক্ হবলৈ সিহঁত গল্। কিন্তু ধৰ্ম্মস্বৰূপ যি তেঁওৰ্
ওচৰৰ্পৰা তোমোলাকৰ্ এক অভিষেক আচে আৰু
২১ তোমোলাকে এটাই জানা। তোমোলাকৰ সত্যতা
নজনাৎ মই তোমোলাকলৈ নিলিখোঁ কিন্তু তোমোলা
কৰ তাক জনাৎ আৰু সত্যতাৰপৰা একো মিচা
২২ কথা নোহোৱাতো লিখিছোঁ। য়িশুই খ্ৰীষ্ট যি
এই কথাৎ শৈ নেকাচে সেইটক এড়ি মিচলীয়া আন্
কোন সি পিতৃৰ্ আৰু পুত্ৰৰ অৰ্থে শৈ নকৰোঁতা
২৩ বিপৰীত খ্ৰীষ্ট। যি কোনোএ পুত্ৰকৰ অৰ্থে শৈ নে
কাচে পিতৃও তাৰ্ নহয় কিন্তু যি পুত্ৰকক্ শৈ কাচে
২৪ পিতৃও তাৰ্। এয়েৰেই প্ৰথমৰেপৰা যিহক্ তো
মোলাকে শুনিছা সেয়ে তোমোলাকৰ মনৎ থাকোক্
যিহক্ তোমোলাকে প্ৰথমৰেপৰা শুনিছা সেয়ে যেদি
তোমোলাকৰ্ মাজৎ থাকে তেবে তোমোলাক্ পিতৃ
২৫ আৰু পুত্ৰৰ মাজৎ থাকিবা। তেঁও যি প্ৰতিজ্ঞা আ
২৬ মাৰ আগৎ কৰিচে সেয়ে এই অনন্ত আয়ু। যি
বিলাকে তোমোলাকক্ ভুমায় সিহঁতৰ অৰ্থে মই তো
২৭ মোলাকক্ প্ৰতি এই কথা লিখিচোঁ কিন্তু যি অভিষেক্
তোমোলাকে তেঁওৰ্ কাষৰৎ পাইছা সি তোমো
লাকৰ্ মাজৎ থাকে আৰু তোমোলাকৰ্ প্ৰয়োজন

নহয় যি কোনো লোকে তোমোলাকক্ শিকায় কিন্তু
যেনে সেই অভিষেকে তোমোলাকক্ এটাই শিকায়
আৰু সঁচা আছে আৰু মিচা নহয় আৰু যেনেকৈ
সি তোমোলাকক শিকায় তেনে তোমোলাক্ তাৰ্
২৮ মাজৎ থাকিবা। হে সৰু লৰাইঁৎ যেতিয়া তেঁও
প্ৰৌচিক্ হব আমাৰ তৎকালৎ সাহিয়াল হোৱাৰ্
নিমিত্তে তেঁওৰ্ অহা কালৎ তেঁওৰ্ আগৎ লাজ
নোহোৱাৰ নিমিত্তে তোমোলাক্ তেঁওৰ্ মাজৎ
২৯ থাকা। তেঁও পৰমাৰ্থিক্ তোমোলাকে যেদি ইয়াক্
জানা তেবে যিং জনে পৰমাৰ্থ কৰে সেই উজ্জাত
ইয়াকো তোমোলাকে জানা।—

পৰ্ব্ব দেখা পিতৃ কি বিধি চেনেহ আমাক্ দিছে আমি
৩ ঈশ্বৰৰ্ পুত্ৰ প্ৰখ্যাত হোঁ এয়েৰেই জগতে আমাক্
২ নেজানে কিয়নো তেঁওক্ নেজানিলে। হে প্ৰিয়ইঁৎ
এতিয়া আমি ঈশ্বৰৰ্ পুত্ৰ কিন্তু যি হব সি এতিয়া
জনা নহয় কিন্তু আমি জানি যেতিয়া তেঁও প্ৰৌচিক্ হব
তেতিয়া আমি তেঁওৰ্ অনুৰূপ হম্ কিয়নো তেঁও
৩ যেনে আছে তেনে আমি তেঁওক্ দেখিম্। আৰু
যেনে তেঁও শুদ্ধ আছে তেনে এই আশাবিশিষ্ট
৪ সদায় আপোনাক্ শুদ্ধ কৰে। যি পাতক্ কৰে
সি শাস্ত্ৰলংঘনো কৰে কিয়নো পাপেই শাস্ত্ৰলংঘন।
৫ আৰু তোমোলাকে জানা তেঁও আমাৰ্ পাতক্
মোচনাৰ্থে বিদিৎ আছিল্ আৰু তেঁওৰ্ মাজৎ পাতক্
৬ নাই। যি তেঁওৰ মাজৎ থাকে সি পাতক্ নকৰে

যি পাতক্ কৰে সি তেঁওক্ দেখা নায় আৰু জনা
৭ নায়।     হে সৰু লৰাহঁৎ কোনোএ যেন্ তহঁতক্
ভগুনা নকৰে তেঁও যেনে পৰমাৰ্থিক্ তেনে পৰমাৰ্থ
৮ কৰ্ম্ম কৰোঁতা জনো পৰমাৰ্থিক্।   যি ব্যক্তিএ পাতক্
কৰে সি শয়ুৰ্পৰা হুইছে কিয়নো আদিৰেপৰা
শয়ে পাতক্ কৰে এই হেতুকে শয়ুৰ্ কৰ্ম্ম নষ্ট কৰি
৯ বলৈ ঈশ্বৰৰ্ পুত্ৰেক্ বিদিৎ হুইছিল্।   ঈশ্বৰৰ্পৰা
উপজা যি জন সেই জনে পাতক্ নকৰে কিয়নো
তাৰ্ মাজৎ তাৰ্ কঠিয়া থাকে আৰু তাৰ্ ঈশ্বৰ
১০ জাত হোৱাৎ সি পাতক্ কৰিব নোৱাৰে।   ইয়াতে
ঈশ্বৰৰ্ লৰাহঁৎ আৰু শয়তানৰ্ লৰাহঁৎ প্ৰৌচিক
হয়।     যি পৰমাৰ্থ কৰ্ম্ম কৰোঁতা নহয় আৰু যি
আপোনাৰ্ ভায়েকক্ চেনেহ নকৰে সেই ঈশ্বৰৰ্
১১ নহয় কিয়নো যি কথা তোমোলাকে প্ৰথমৰেপৰা
শুনিছা সেয়ে এই আমি অন্যোন্যনো চেনেহ
১২ কৰোঁ।     সি দুষ্টৰপৰা হল্ আৰু আপোন ভায়ে
কক্ বধিলে এনে যি কায়িন তাৰ্ নিচিনা নহয় সি
তাক্ কিহৰ্ নিকোনে বধিলে তাৰ্ কৰ্ম্ম বয়া আৰু
১৩ তাৰ্ ভায়েকৰ্ কৰ্ম্ম ভাল্ হোৱাৎ।   হে মোৰ্ ভায়
হঁৎ যেদি জগতীয় মানুহে তোমোলাকক্ ঘিনায়
১৪ তেবে বিস্ময়াপন্ন নহুৱা। আপোন ভায় মানুহবিলা
কক্ চেনেহ কৰাৎ আমি জানোঁ যেন্ আমি মৃত্যু এড়ি
জীৱনলৈ আহিছোঁ। যি আপোন ভায়েকক্ চেনেহ

১৫ নকৰে সি মৃত্যুৎ থাকে। যি আপোন ভায়েকৰ
ঘিণায় সি হত্যাকৰোঁতা আৰু তোমালোকে জানা
যেন্ কোনো। হত্যাকৰোঁতাৰ মাজৎ অনন্ত আয়ু
১৬ নে থাকে। তেঁওৰ প্ৰাণ আমালৈ দিয়াৎ আমি খ্ৰীষ্টৰ
চেনেহ দেখোঁ আৰু ভায়েকহঁতৰ নিকোনে আমা
১৭ ৰো স্বক্রিয়াৎ প্ৰাণ দিবলগা। কিন্তু এই সংসাৰৰ
ধনৎ ধনী যি আপোন ভায়েকৰ দীনতা দেখি আৰু
আপোনাৰ দয়া তাক প্ৰতি ৰুদ্ধ কৰে সেই জনৰ
১৮ মাজৎ ঈশ্বৰৰ চেনেহ কেনেকৈ থাকে। হে
মোৰ সৰু লৰাহঁৎ আমি বাক্য বা জিবা মাত্ৰে
চেনেহ নকৰি কিন্তু কৰ্ম্মেৰে আৰু সত্যতাৰে।
১৯ ইয়াতে আমি জানোঁ আমি সত্যতা সম্বন্ধিয়া
মানুহ আৰু তাৰ আগৎ আপোনাহঁতৰ চিত্ত
২০ নিৰ্ভয় কৰোঁ। কিয়নো যেদি আমাৰ মন আ
মাৰ দোষৰ প্ৰমাণ দিয়ে তেবে ঈশ্বৰ আমাৰ মনৰ
২১ পৰা বৰ্ আছে আৰু এটাই জানে। হে প্ৰিয়হঁৎ
যেদি আমাৰ মন আমাৰ দোষৰ প্ৰমাণ নিদিয়ে
২২ তেবে ঈশ্বৰক্ প্ৰতি আমাৰ সাহ আছে। আৰু
আমি যি যি প্ৰাৰ্থনা কৰোঁ তাকেই তেঁওৰ্ ঠাইৎ
পও কিয়নো আমি তেঁওৰ্ আজ্ঞা মানোঁ আৰু তেঁওৰ্
২৩ আগৎ যি তোষক সেই কাৰ্য্য কৰোঁ এই তেঁওৰ আ
জ্ঞা যেন্ আমি তেঁওৰ্ পুত্ৰ য়িশু খ্ৰীষ্টৰ্ নামে বিশ্বাস
কৰোঁ আৰু তেঁও যেনেকৈ আমাক আজ্ঞা দিলে তেনে
২৪ কৈ অন্যোন্যে চেনেহ কৰোঁ। আৰু যি তেঁওৰ্

আজ্ঞা পালে সিএই তাৰ্ মাজৎ থাকে আৰু তেঁও
তাৰ্ মাজৎ বসতি কৰে। আৰু তেঁও যি আত্মা
আমাক্ দিছে তদ্দ্বাৰা আমি জানোঁ তেঁও আমাৰ
মাজৎ থাকে।

পর্ব্ব হে প্ৰিয়হঁৎ প্ৰতি আত্মায় সঞ্জাত নকৰা কিন্তু
৪ আত্মাবিলাকক্ পৰীক্ষা কৰা সিহঁত ঈশ্বৰৰ্পৰা হয়
নে নহয় কিয়নো ভালেমান মিচা আচাৰ্য্য জগতৰ্
২ বাজৎ গৈছে ইয়াতে তোমোলাকে ঈশ্বৰৰ্ আত্মাক
জানা যেন্ সদৌ আত্মায় শৰীৰৎ অৱতীৰ্ণ যিশু
খ্ৰীষ্টক্ স্বীকাৰ কৰে সেয়েই ঈশ্বৰৰ্পৰা হুইছে আৰু
যি যি আত্মা দেহৎ অৱতীৰ্ণ যিশু খ্ৰীষ্টক্ স্বীকাৰ নকৰে
৩ সেয়ে ঈশ্বৰৰপৰা নহয়। যি বিপৰীৎ খ্ৰীষ্টৰ্
ভবিষ্যৎ হোৱাৰ কথা তোমোলাকে শুনিছা সেয়ে
৪ তেঁওৰ্ আত্মা সি এতিয়াও জগতৎ আছে। হে
সৰু লৰাহঁৎ তহঁৎ ঈশ্বৰৰ্পৰা হুইছে আৰু সিহঁত
তক্ হৰুৱাইছে কিয়নো তোমোলাকৰ্ মাজৎ যি
৫ তেঁও জগতৰ্ মধ্যস্থায়ীৎকৈ বৰ্। সিহঁত সাংসা
ৰিক এয়েৰেই সংসাৰীয়া কথা কয় আৰু সাংসা
৬ ৰিক মানুহে সিহঁতৰ্ কথা শুনে। আমি ঈশ্বৰৰ্
পৰা হুইছোঁ যি ঈশ্বৰক্ জানে সি আমাৰ কথা শুনে
যি ঈশ্বৰৰ্ নহয় সেয়েই আমাৰ কথা নশুনে।
৭ ইয়াতে আমি সত্যতাৰ্ আত্মা আৰু ভ্ৰমৰ্ আত্মাৰ
ভেদ জানোঁ। হে প্ৰিয়বিলাক্ আমি অন্যোঅন্যে
স্নেহ কৰোঁ কিয়নো স্নেহ ঈশ্বৰৰ্পৰা হুইছে

চেনেহ কৰোঁতা সদৌ মানুহ ঈশ্বৰৎ জন্মিছে আৰু
৮ ঈশ্বৰক্ জানে। যি চেনেহ নকৰে সি ঈশ্বৰক্
৯ নেজানে কিয়নো ঈশ্বৰেই চেনেহ। ঈশ্বৰে আ
পোনাৰ অদ্বিতীয়জাত পুত্ৰক্ জগতলৈ পঠিয়াইছে
যেন্ আমি তেওঁৰ্ দোৱাৰা জীওঁ ইয়াতে আমাক্
১০ প্ৰতি ঈশ্বৰৰ্ চেনেহ প্ৰৌচিক্ হইছে। ইয়াতে
চেনেহ আমি যেন্ ঈশ্বৰক্ চেনেহ কৰিছিলোঁ সি
নহয় কিন্তু তেওঁ আমাক চেনেহ কৰিছিল্ আৰু আ
মাৰ পাপ মোচনাৰ্থে পৰাচিত্ত হবৰ্ নিমিত্তে আ
১১ পোন পুত্ৰকক্ পঠিয়ালে। হে প্ৰিয়বিলাক যেদি
আমাক ঈশ্বৰে এনেকৈ চেনেহ কৰি থাকে তেবে আ
মাৰ অন্যোন্যে চেনেহ কৰিব লগা কোনোএ
১২ কোনো কালৎ ঈশ্বৰক্ দেখা নায় আমি যেদি
অন্যোন্যে চেনেহ কৰোঁ তেবে ঈশ্বৰে আমাৰ্
মাজৎ থাকে আৰু তেওঁৰ্ চেনেহ আমাৰ মাজৎ
১৩ ভৰপুৰ্ হয়। তেওঁ আপোনাৰ আত্মা আমালৈ
দিলে ইয়াতে আমি জানোঁ আমি তেওঁৰ্ মাজৎ
১৪ থাকোঁ আৰু তেওঁ আমাৰ মাজৎ থাকে। আৰু
আমি দেখিছোঁ আৰু প্ৰমাণো দিয়োঁ পিতৃ জগত্তাৰক
১৫ হবৰ্ নিমিত্তে পুত্ৰকক্ পঠিয়াইছে। যি কৈশ কাচে
যিশু ঈশ্বৰৰ্ পুত্ৰক্ ঈশ্বৰ্ তাৰ্ মাজৎ থাকে আৰু
১৬ সি ঈশ্বৰৎ থাকে। ঈশ্বৰৰ্ যি চেনেহ আমালৈ
আছে তাক্ আমি জানিছোঁ আৰু তাৎ পতীয়াইছোঁ।
১৭ ঈশ্বৰ চেনেহ আৰু যি চেনেহৎ থাকে সেয়েই ঈশ্ব

ৰৎ বসতি কৰে আৰু ঈশ্বৰ তাৰ মাজৎ বসতি
১৮ কৰে। ইয়াতে আমাৰ মাজৎ চেনেহ পৰিপুৰ্ণ
হয় যেন্ আমি শোধৰ দিনা নিৰ্ভয়তা পাওঁ কিয়নো
তেঁও যেনে আছে আমি এই জগতৎ তেনেকুৱা হোঁ।
চেনেহৎ একো ভয় নায় কিন্তু সম্পুৰ্ণ চেনেহ ভয়ক্
বাজ ওলিয়াই পেলায় কিয়নো ভয় যাতনাযুক্ত আছে
যি ভয় কৰে সি ভয়ৎ সম্পুৰ্ণ নহয়। তেঁও প্ৰথম
তে আমাক চেনেহ কৰিলে এই নিকোনে আমি
১৯ তেঁওক চেনেহ কৰোঁ। আমি ঈশ্বৰক্ চেনেহ
কৰোঁ যেদি কোনোবায় আপোনাৰ ভায়েকক্ দিনায়
এই কথা কয় তেবে সি মিচলীয়া কিয়নো যাক দেখি
২০ চে এনে আপোন ভায়েকক্ যেদ্দি কোনোএ চেনেহ ন
কৰে তেবে যাক্ নেদেখিচে এনে ঈশ্বৰক্ কেনেকৈ
২১ চেনেহ কৰিব পাৰে এই আজ্ঞা আমি তেঁওৰপৰা
পাইচোঁ ঈশ্বৰক্ যি চেনেহ কৰে সি আপোনাৰ
ভায়েককো চেনেহ কৰে।—

পৰ্ব্ব যি যি পতীয়ায় যেন্ য়িশু এই খ্ৰীষ্ট সেই ঈশ্বৰৎ
৫ জাত আৰু জন্মদিয়োঁতাক্ যি চেনেহ কৰে সি তজ্জাত
২ কো চেনেহ কৰে। যেতিয়া আমি ঈশ্বৰক্ চেনেহ
কৰোঁ আৰু তেঁওৰ্ আজ্ঞা পালোঁ তেতিয়া আমি তা
তে জানোঁ যেন্ আমি ঈশ্বৰৰ্ লৰাহঁতক্ চেনেহ
৩ কৰোঁ। কিয়নো এই ঈশ্বৰীয়া চেনেহ আমি তেঁওৰ্
আজ্ঞা পালন কৰোঁ আৰু তেঁওৰ আজ্ঞা কষ্টদিয়োঁ
৪ তা নহয়। কিয়নো ঈশ্বৰজাত যি সি জগত্ক

৫ আরু জগজয়ী জয় এই আমার সঙ্গাত। যি
পতিয়ায় বোলে যিশু ঈশ্বরর্ পুতেক তাক্ এড়ি
৬ জগজয়ী কোন। এই তেঁও যি তেজ আরু
পানীয়ে সৈতে আহে অর্থাৎ যিশু খ্রীষ্ট অকল তেঁও
পানীযুক্ত হই নাহিল্ কিন্তু পানী আরু তেজযুক্ত
৭ হই আহিল্। আরু আত্মায় প্রমাণ দিয়ে কিয়
৮ নো আত্মা সত্যতা। কিয়নো স্বর্গৎ প্রমাণ দিয়োঁতা
তা তিনি আছে পিতৃ আরু বাক্য আরু ধর্ম্মাত্মা এই
তিনিও এক আরু পৃথিবীৎ প্রমাণ দিয়োঁতা তিনি
বেহানিও আছে আত্মা আরু পানী আরু তেজ আরু
৯ এই তিনি একেতে মিল্ হয়। আমি যেদি মানুহর্
প্রমাণ লওঁ তেবে ঈশ্বরর্ প্রমাণ তাৎকৈ বর্ কিয়নো
যি প্রমাণ ঈশ্বরে আপোনার পুতেকর্ অর্থে দিছে
১০ এয়েই সেই প্রমাণ যি ঈশ্বরর্ পুতেকক্ পতীয়ায়
সি আপোনার মাজৎ সেই প্রমাণ ধৰোঁতা হয়
যি ঈশ্বরক্ নপতীয়ায় সি তেঁওক্ মিচলীয়া করে
কিয়নো ঈশ্বরে যি প্রমাণ আপোনার পুতেকর্
১১ অর্থে দিছে সেই সি পতীয়োঁরা নায় প্রমাণৎ
আরু সেই প্রমাণ এই যি ঈশ্বরে আমাক্ অনন্ত
আয়ু দিছে আরু সেই আয়ু তেঁওর্ পুতেকৎ আছে।
১২ পুতেক যার্ তেঁওর্ আয়ু আরু ঈশ্বরর্ পুতেক যার
১৩ নায় আয়ু তার নায়। ঈশ্বরের পুতেকর্
নামে পতীয়ওঁতা তোমোলাকর্ তলৈ মই ইয়াক লে
খিছোঁ যেন্ তোমোলাকে জানা তোমোলাক্ অনন্ত

আয়ুৰ্ অধিকাৰী আৰু ঈশ্বৰৰ্ প্ৰতেকৰ্ নামে পতী
১৪ য়োঁৱা তেওঁক্ প্ৰতি আমাৰ যি সাহ সেয়ে এই আমি
যেদি তেওঁৰ্ ইচ্ছানুসাৰে কিচুমান প্ৰাৰ্থনা কৰোঁ
১৫ তেবে তেওঁ আমাৰ কথা শুনে। যেদি আমি জানোঁ
তেওঁ আমাৰ কথা শুনে তেবে আমি জানোঁ আমি যি
১৬ যি প্ৰাৰ্থনা কৰোঁ তাক্ পাওঁ। যি পাতক্ মৃত্যুযুক্ত
নহয় যেদি কোনোএ আপোনাৰ ভায়েকক্ এনেকুৱা
পাতক্ কৰিবৰ্ দেখে: তেবে সেই প্ৰাৰ্থনা কৰাক
আৰু যিবিলাকে মৃত্যুযুক্ত পাতক্ নকৰে সিহঁতৰ্ নি
কোনে তেওঁ পৰমায়ু তেওঁক দিব মৃত্যুযুক্ত পাতক্
আছে ময় নোবোলোঁ সি তাৰ্ অৰ্থে প্ৰাৰ্থনা কৰিব।
১৭ এটাই অপৰমাৰ্থ পাতক্ আৰু মৃত্যুযুক্ত নহয় এনে
১৮ কুৱা পাতক্ আছে। আমি জানোঁ ঈশ্বৰৎ জাত
গায়প্ৰতি পাতক্ নকৰে কিয়নো ঈশ্বৰজাত জনে আ
পোনাকে ৰক্ষা কৰে আৰু সেই দুষ্ট তাক্ ন পৰশে।
১৯ আমি জানোঁ আমি ঈশ্বৰ্‌পৰা হোঁ আৰু সমস্ত
২০ জগৎ পাতকৎ শুই থাকে। আমি জানোঁ ঈশ্বৰৰ্
প্ৰতেক্ আহিছে আৰু সঁচা ব্যক্তিক্ জানিবৰ্ নিকো
নে আমাক বুদ্ধি দিছে যি সঁচা তেওঁৰ্ মাজৎ আমি
ও হোঁ অৰ্থাৎ তেওঁৰ্ প্ৰতেক্ য়িশু খ্ৰীষ্টৰ্ মাজৎ এয়ে
২১ সঁচা ঈশ্বৰ্ আৰু অনন্ত পৰমায়ু। হে সৰু লৰা
হঁৎ দেৱেৰপৰা আপোনাহঁতক্ ৰক্ষা কৰহঁক্।
আমিন্।

যোহনৰ দ্বিতীয় কাকৎ ।—

১ ময় যিবিলাকক্ সত্যভাৱে চেনেহ কৰোঁ আৰু
অকল ময় সি নহয় কিন্তু যিমান মানুহে সত্যতা
জানে সিবিলাকেও যি সত্যতা আমাৰ মাজৎ থাকে
২ আৰু আমাৰ লগৎ সদায় থাকিব সেই সত্যতাৰ
নিমিত্তে যিবিলাকক্ চেনেহ কৰোঁ এনেকুৱা মনোনী
তা গোহানী আৰু তেঁওৰ লৰাইঁৎ সিহঁতক ইঁচা যি
৩ সি কাকৎ লিখে। ঈশ্বৰ পিতৃৰপৰা আৰু সত্যতা
আৰু চেনেহৰে যি পিতৃৰ্ পুত্ৰেক আছে এনেকুৱা
যি যিশু খ্ৰীষ্ট তেঁওৰপৰাও অনুগ্ৰহ আৰু দয়া
৪ আৰু শান্তি তোমোলাকক্ প্ৰতি হোক্। আমি
পিতৃৰপৰা যেনে আজ্ঞা পাইছিলোঁ তদনুযায়ী সত্য
চৰণ তোমাৰ লৰাইঁতৰ্ মাজৎ কোনো কোনোএ
যি কৰে ময় এই কথা জানিবলৈ পায়ে বৰ্ হৰষিৎ
৫ হইছিলোঁ। আৰু হে গোহানি ময় তোমাক
মিনতি কৰোঁ যেন্ আমি অন্যোন্যে চেনেহ কৰোঁ
ময় যি কোনো নবীন আজ্ঞা তোমাৰ তলৈ লিখোঁ

মি নহয় কিন্তু যি আজ্ঞা আমি প্রথমৰেপৰা পাই
৬ জিলোঁ মেয়েই । তেনেহ এই যেন্ আমি তেঁওৰ্
আজ্ঞানুমাৰে প্রবর্ত্তোঁ আজ্ঞা এই যেন্ তোমোলাকে
প্রথমৰেপৰা যিহক্ শুনিলা তদনুমাৰে যেন্ প্রবর্ত্তা
৭ কিয়নো দেহৎ অবতীর্ণ যিশু খ্রীষ্টক্ যিবিলাকে স্বীকাৰ
নেকাচে এনে ভালেমান ভণ্ডক জগতৎ সোমাইচে
৮ ভণ্ডক আৰু বিপৰীত খ্রীষ্ট সো । মাৱধান হোৱা
আমি যি কৰিচোঁ যেন্ মেয়ে নেহেৰায় কিন্তু যেন্
৯ আমি পূর্ণ ফল্ পাঁও । যি পাপপ্রতি আজ্ঞা লঙ্ঘন
কৰে আৰু খ্রীষ্টৰ্ শিকনিৎ নথাকে মি ঈশ্বৰযুক্ত
নহয় কিন্তু যি খ্রীষ্টৰ্ শিকনিৎ থাকে মি পিতৃ আৰু
১০ পুত্র এই দুয়োতো যুক্ত । যেদি কোনোএ এই শিক্ষ
নিক্ লগৎ নলৈ তোমোলাকৰ্ ওচৰলৈ আহে তেন্তে
তাক্ তোমোলাকৰ্ ঘৰৎ আলহি স্বপ্রহিবা আৰু
১১ তোমাৰ শুভ হোক এই কথা তাকে নকবা কিয়নো
তোমাৰ শুভ হোক্ এই কথা তাকে যি কয় মি তাৰ্
১২ দুষ্কর্ম্মভাগী । তোমালৈ মোৰ ভালেমান কথা
লিখিব লগা তথাপি ময় কাকৎ মহিৰে লিখিবলৈ
ইচ্ছা নকৰিলোঁ কিন্তু তোমাৰ ওচৰলৈ যাবলৈ আৰু
মাক্ষাতে কথা কবলৈ মোৰ ভাৰমা আচে যেন্
১৩ আমাৰ আনন্দ পূর্ণ হয় । তোমাৰ মনোনীত
তা ভনীয়াৰ লৰাহঁতে তোমালৈ নমস্কাৰ দিয়ে ।
আমিন ।—

# য়োহনৰ তৃতীয় কাকৎ।—

১ যাক্ মই সত্যতাৰ্ অৰ্থে চেনেহ্ কৰোঁ এনে যি
২ প্ৰিয় গায়সলৈ ইঁচা যি মই কাকৎ লিখোঁ। হে
প্ৰিয় মই খোজোঁ যেন্ তোমাৰ মনৰ্ কুশল উন্নতিৰ্
অনুসাৰে তোমাৰ উন্নতি আৰু স্বাস্থ্য সৰ্ব্বদা হয় কি
৩ য়নো তোমাৰ সত্য আচাৰানুসাৰে তোমাৰ সত্য
তাৰ প্ৰমাণ যেতিয়া ভায়ইঁতে আহি দিলে তেতিয়া
৪ মোৰ বৰ্ আনন্দ হল। আমাৰ লৰাইঁতৰ্ সত্যা
চাৰ কৰাৰ্ বতৰা পোৱাৰপৰা আমাৰ আন্ বৰ্
৫ আনন্দ নাই। হে প্ৰিয় তুমি ভায়ইঁতকে আৰু
অতিথিইঁতকে যি কৰিছা তাক্ বিশ্বাসী ৰূপে কৰিছা
সিবিলাক্ মণ্ডলীৰ আগত্তো তোমাৰ্ চেনেহৰ্ প্ৰমাণ
৬ দিছে সিইঁতক্ যেদি তুমি ঈশ্বৰ্সেৱানুসাৰে সিইঁ
তৰ্ বাটৎ উপকাৰ্ কৰা তেবে উত্তম কাৰ্য্য কৰিবা।
৭ কিয়নো তেঁওৰ নামেৰে সিইঁৎ আন্ দেশীয়াইঁতৰ্
৮ পৰা একো নলৈ যাত্ৰা কৰিলে। এতেকেই এনে
লোকবিলাকক্ আদৰ্ কৰি আমাৰ গ্ৰহণ কৰিব
লগা যেন্ আমি সত্যতাৰ্ সহোপকাৰী হোঁ

৯ ময় মণ্ডলীলৈ লিখিলোঁ। কিন্তু সিহঁতৰ মাজৎ
১০ পুৰাবলৈ হুক্ দিয়ত্ৰিফেস আমাক্ গ্ৰহণ নকৰে এয়েৰেই
ময় যেতিয়া আহোঁ তেতিয়া আমাৰ বিৰোধে বৈৰ্
কথাৰে বাবদুকতা ব্যাপাৰ কৰি সেই যি কৰ্ম্ম কৰে
সেই কৰ্ম্ম ময় মনৎ কৰিম্ সি তাক্ কৰি আৰু তৃপ্ত
নোপায় আপুনি ভায়েকহঁতক্ অতিথি নকৰে আৰু যি
বিলাকে কৰিব খোজে সিহঁতকো হাক্ দিয়ে আৰু
১১ মণ্ডলীৰ্পৰা বাজ ওলিয়াই দিয়ে। হে প্ৰিয় পাপানু
গামী নহবা কিন্তু ভদ্ৰ কৰ্ম্মানুগামী হোঁৱা। যি সু
কৰ্ম্ম কৰে সেয়েই ঈশ্বৰৰ্পৰা হয় যি কুকৰ্ম্ম কৰে
১২ সেয়েই ঈশ্বৰক্ দেখা নায়। এটাই মানুহৰ্
মুখৎ আৰু সত্যতাৰ্পৰাও দেমেত্ৰিয়সৰ যশস্যা
আচে আমিও তাৰ্ প্ৰমাণ দিয়োঁ আৰু তোমালোকে
১৩ জানা যেন্ আমাৰ প্ৰমাণ সত্য। মোৰ্ ভালেমান
লিখিবলগা কিন্তু এতিয়া মহি কাপেৰে তোমালৈ
ময় লিলিখোঁ কিন্তু কিচু কালৰ্ পিচৎ তোমাক্ দেখি
বলৈ আৰু মুখামুখি হই কথা কবলৈ মোৰ্ ভাৰসা
১৪ আচে। তোমাৰ শান্তি হোক্ মোৰ্ মিত্ৰহঁতে
তোমাক্ নমস্কাৰ কৰে। নাও কাচি কাচি বন্ধু
বিলাকক্ নমস্কাৰ কৰা।—

# যিহূদাহৰ সাধাৰণ কাকৎ।

১ যিবিলাক ঈশ্বৰ পিতৃৎ পবিত্ৰীকৃত হয় আৰু যিশু
খ্ৰীষ্টৎ ৰক্ষিৎ আৰু নিযোজিৎ সিইঁতক যিশু খ্ৰীষ্টৰ
২ সেৱক আৰু যাকোবৰ ভায় যিহূদাহে কাকৎ লিখে।
দয়া আৰু শান্তি আৰু চেনেহ তোমালোকলৈ
৩ বাঢ়োক। হে প্ৰিয়বিলাক যেতিয়া সাধাৰণ পৰি
ত্ৰাণৰ কথা তোমালোকলৈ লিখিবলৈ ময় যতন কৰি
লোঁ তেতিয়া উপদেশ কৰি তোমালোকলৈ লিখিবলৈ
প্ৰয়োজন আছিল্ আগেই সাধুবিলকৰ ওচৰৎ যি
সত্যমতৰ লাগা সোম্পা হইছিল্ সেই সত্যমতৰ নি
৪ মিত্তে তোমালোকে প্ৰাণপণ্ কৰি যতন কৰা। কিয়
নো পূৰ্ব্বকালাৱধি এই দণ্ডৰ নিমিত্তে লিখিত ঈশ্বৰসে
ৱক্ লুপ্তভাবে আমাৰ ঈশ্বৰৰ অনুগ্ৰহৰ অন্যথা
কৰোঁতা আৰু অদ্বিতীয় প্ৰভু ঈশ্বৰ্ অৰ্থাৎ প্ৰভু যিশু
খ্ৰীষ্টৰ হেয়জ্ঞান কৰোঁতা লোকবিলাক গুপ্তৎ ৰূপে তি
৫ তৰলৈ সোমাইছে। এতেকেই তোমালোকে আগেই
এই কথা জানিলেও ময় তোমালোকৰ স্মৰণ জনাব

যোজোঁ যেন্ যিহূহায় লোকবিলাকক্ মিসৰৰ্পৰা
ত্ৰাণ কৰি তাৰ্ পাচে যিবিলাকে নপতীয়ালে সিহঁতক
নষ্ট কৰিলে আৰু যি দূতবিলাকে আপোনাহঁতৰ্
৬ প্ৰথম দশা পালন নকৰিলে কিন্তু আপোনাৰ বসতি
এড়িলে সিহঁতক্ সেই মহাদিনৰ্ শোধিবৈলৈকে তেঁও
অক্ষয় জিঞ্জিৰেৰে বন্ধিৎ কৰি এন্ধাৰৰ্ তলৎ থৈছে
৭ আৰু সদোম আৰু অমৰাহ্ আৰু সিহঁতৰ চাৰিওফা
লৰ নগৰ্ তেনেকৈ লম্পটতাৎ নিৰত হই আৰু অপ্ৰা
কৃত সঙ্গানুবৰ্ত্তীও হই অনন্তানলৰূপ প্ৰতিফল্ ভুঞ্জৎ
৮ আদৰ্শৰূপ পৌচিক আছে তেনেকৈ এই স্বপ্ন দেখোঁ
তাহঁৎ শৰীৰ অশুচিও কৰে শাসন ইতিকিং কৰে
৯ আৰু বৰ্ধাৰক নিন্দে। কিন্তু প্ৰধান দূত মিখাএল
যেতিয়া শয়তানে সৈতে দ্বন্দ্বাদ্বন্দি কৰি মোশহৰ
শৰীৰৰ্ অৰ্থে ওতৰ্ সমীধান দিলে সেই কালৎ
তাৰ্ বিপৰীতে সনিন্দাপবাদ কৰিবলৈ নিৰ্ভয় নাচি
১০ লোঁ কিন্তু টুলিলে যিহূহায় তোমাক্ তৰিয়ওক কিন্তু
ইহঁতে যি নেজানে তাৰ্ অপশব্দ্য কৰে আৰু অবোধ
পশুৰ্ নিচিনা যিহক্ স্বভাৱতঃ জানে তাতে সিহঁৎ
১১ অশুচি কৰা হয়। সিহঁতৰ্ সন্তাপ হব কিয়নো সি
হঁৎ কায়িনৰ্ বাটগামী হইছে আৰু লোভৎ নিবিষ্ট
হই বিলআমৰ ভ্ৰমে ভ্ৰমণ কৰিছে আৰু কোৰাহৰ্
১২ বিপৰীত কৰণৎ বিনাশ হইছে। ইহঁতে যেতি
য়া তোমালোকে সৈতে ভোজন কৰে তেতিয়া নিৰ্ভয়

ভোক্তা আৰু তোমোলোকৰ চেনেহ পোষক ভোজনৰ
কলঙ্ক হয়। সিহঁত বায়ুএ পৰিক্ষিপ্ত নিপানি ডাৱৰ
শুষ্ক হলপ অৰ্থাৎ ফলহীন অথচ দুবেলি মৰা অথচ
১৩ মূলসম্বলিত উভলা গছ। আপোনাৰ লাজক্ন
ফেণওঠা সাগৰৰ ভয়ঙ্কৰ ঢৌ যাৰ নিমিত্তে অ
ন্ধকাৰৰ কলা অনন্ত কাললৈকে সংৰক্ষিত আছে
১৪ এনে ভ্ৰমণ কৰোঁতা সিহঁতে হয়। আদমৰ অ
ধস্তন সপ্তম পুৰুষ হানোকে ভবিষ্যৎ কথা কৈ সিহঁ
তৰ অৰ্থে এই কথা কলে দেখা এটাইবে সমুচিৎ দণ্ড
দিবলৈ আৰু সিহঁতৰ মাজত যিমান ঈশ্বৰদ্বেষক
বিলাক যিমান ঈশ্বৰদ্বেষী কৰ্ম্ম ঈশ্বৰদ্বেষীভাৱে
১৫ কৰিছে। আৰু ঈশ্বৰদ্বেষক পাতকীলোকহঁত যিমান
কঠোৰ কথা তেওঁৰ বিৰোধে কৈছে সিহঁতক এই
এই এটাই জগত নিশ্চয় কৰিবলৈ আপোনাৰ অযুত২
১৬ পুণ্যৱন্ত লগত লৈ ঈশ্বৰ আহিছে। দন্দুৰা দুৰ্দ্দশাত
বেজাৰী আপোনাৰ অভিলাষৰ নিচিনা আচৰোঁতা
আৰু লোভেৰে মানুহবিলাকৰ মুখচাওঁতা আৰু
যিবিলাকৰ মুখে গৰিমাৰ বৰ ওখহায় কথা কয়
১৭ এনে লোক ইহঁত। কিন্তু হে ভায়হঁত আমাৰ
প্ৰভু যিশু খ্ৰীষ্টৰ পাঁচনীহঁতৰ মুখে যি কোৱা
১৮ গৈছে সেই কথা মনত ৰাখা সিবিলাকে তুলিলে
শেহকালত আপোনাহঁতৰ ঈশ্বৰদ্বেষক অভিলাষা
১৯ নুযায়ী আচাৰী নিন্দকহঁত হব। যিবিলাকে
আপোনাহঁতক বেলেগ কৰে শৰীৰীয়া অথচ আত্মা

২০ বিশিষ্ট নহয় এই সিহঁৎ। কিন্তু হে প্ৰিয়হঁৎ
তোমোলাকে আপোনাহঁতক্ আপোনাৰ্ অতিপবিত্ৰ
প্ৰতীতিৰূপ মূলৰ্ ওপৰৎ গাঁথনি কৰি ধৰ্ম্মাত্মাৎ প্ৰাৰ্থ
২১ না কৰি অনন্ত আয়ুৰ নিকোনে আমাৰ প্ৰভু যিশু
খ্ৰীষ্টৰ্ কৃপাপেক্ষা কৰি আপোনাহঁতক্ ঈশ্বৰৰ্ প্ৰেমে
২২ হৎ থিৰ্ কৰা। আন্ আন্ মানুহবিলাকক শো
২৩ কৰ দোৱাৰা বেলেগ কৰি দায়া কৰা। আৰু আন্
আন্ কোনোবিলাকক্ শাৰীৰিক্ মাংসৰ চিন্‌দিয়া
কাপৰ্ আৰু ঘিনায় ভয়যুক্ত হই জুইৰ্পৰা ওলিয়াই
২৪ লৈ ত্ৰাণ কৰা। যি পৰাৰ্পৰা তোমোলাকক্
ৰাখিব পাৰে আৰু মহানন্দপূৰ্ব্বক তোমোলাকক্
নিৰ্দোষীয়াৰূপ আপোনাৰ্ মহিমাৰ্ ওচৰৎ সাক্ষাৎ
২৫ কৰিবলৈ পাৰে। সেই অদ্বিতীয় জ্ঞানৱন্ত ঈশ্বৰ্
অৰ্থাৎ আমাৰ্ তাৰকৰ্ গৌৰৱ আৰু মহাত্ম্য আৰু
পৰাক্ৰম আৰু শাসন ইহ কালে আৰু সৰ্ব্বতি কালে
হোক্ আমিন্।—

## ঈশ্বৰৰ্ সেৱক্ য়োহনৰ্

### কাখ্যৰৎ যি প্ৰৌচিক হইছিল্ সেয়ে এই।—

### ১ প্ৰথম পৰ্ব্ব।

১ কিঞ্চিৎ কালৰ পাচৎ হবলগা বিষয় আপোনাৰ্
সেৱকহঁতক্ জনাবলৈ য়িশু খ্ৰীষ্টৰ্ যি প্ৰৌচিক ঈশ্বৰে
সিবিলাকৰ্ কাখ্যৰৎ কৰিলে সেই প্ৰৌচিকৰ কথা
এই।—
২ আৰু যি ঈশ্বৰৰ্ বাক্য আৰু য়িশু খ্ৰীষ্টবিষয়ক
প্ৰমাণ আৰু আপুনি যি যি দেখিলে সেই এটাইবে
৩ প্ৰমাণ দিলে এনে যি তেওঁৰ সেৱক্ য়োহন্ তেওঁৰ
কাখ্যৰৎ তেওঁ আপোন দূতৰ্ মুখে পঠায় তাক্
জনালে। যি পঢে আৰু যিবিলাকে এই আচাৰ্য্য
বাক্য শুনে আৰু তাৰ মাজৎ যি লিখিতা আছে তাক
পালন কৰে সেই লোক বীনা কিয়নো কাল ওচৰ
আছে।—

৪ যি সাৎ মণ্ডলী আসিয়াৎ আছে সেই মণ্ডলীলৈ
য়োহনে কাকৎ লিখে। যি বৰ্ত্তমান আৰু অতীত
আৰু ভবিষ্যৎ আৰু তেওঁৰ সিংহাসনৰ সম্মুখত যি
৫ সাৎ আত্মা আৰু বিশ্বাসী সাক্ষী অথচ মৃত্যুৰ প্ৰথম
জাত অথচ পৃথিবীৰ ৰজাহঁতৰ ৰজা যি য়িশু খ্ৰীষ্ট
তেওঁৰপৰা অনুগ্ৰহ আৰু শান্তি তোমোলাকলৈ
৬ হোক্। যি আমাক চেনেহ কৰিছে আৰু আ
পোন তেজেৰে আমাৰ পাপ ধুই পেলাইছে আৰু
ঈশ্বৰ অথচ আপোন পিতৃৰ কাৰণে আমাক ৰজা
আৰু যাজক কৰিছে তেওঁৰ গৌৰৱ আৰু শাসন
৭ বাৰ সদায় হোক্। আমিন। দেখা তেওঁ মেঘৎ
আহিছে আৰু সদৌ চকুএ তেওঁক দেখিব আৰু যিবি
লাকে তেওঁক বিন্ধিলে সিহঁতে তেওঁক দেখিব আৰু
পৃথিবীত যিমান বংশ সেই এটাইএ তেওঁলৈ বিনাব
সেয়ে হয়। আমিন।—

৮ প্ৰভুএ কয় বোলে ময় ক আৰু ক্ষ আদি আৰু অন্ত
বৰ্ত্তমান আৰু ভূত আৰু ভবিষ্যৎ সৰ্ব্বশক্তিমান।—

৯ তোমোলাকৰ ভায় আৰু দুঃখ আৰু য়িশু খ্ৰীষ্টৰ
১০ ৰাজ্য আৰু সহিষ্ণুতাৰে সহভোগী য়োহন যি ময়
ঈশ্বৰৰ বাক্য আৰু য়িশু খ্ৰীষ্টৰ প্ৰমাণৰ নিমিত্তে
১১ পাট্মস নামে জাপৰিৎ আছিলোঁ। প্ৰভুৰ দিনৎ
ময় আত্মাৎ আছিলোঁ আৰু মোৰ পাছৰপৰা তুৰী
বোৱাৰ নিচিনা এই এই বাক্য বোলোঁতা মহাশব্দ

শুনিলোঁ ময় ক আৰু ক্ষ আদি আৰু অন্ত তুমি যিহক
দেখিছা তাক্ এক পুথিৎ লিখা আৰু এফিসস
আৰু স্মৰ্ণা আৰু পৰ্গামস আৰু তিয়াতেৰা আৰু
সাৰ্দিস আৰু ফিলাদেল্ফিয়া আৰু লাওদিকিয়া আমি
য়াৎ থকা এই সাৎ মণ্ডলীৰ্ কাৰণে তাক্ পঠি
১২ য়োৱা। ঘি শবদে মোৎ কথা কলে সি কি ইয়াক্
দেখিবলৈ ময় ওভতিলোঁ আৰু ওভতি সাৎ সুবৰ্ণৰ
১৩ প্ৰদীপ দেখিলোঁ। আৰু ভৰিলৈকে বস্ত্ৰেৰে বস্ত্ৰান্বিত
১৪ হিয়াৎ সোনৰ গাতি বন্ধা মানুহৰ সন্ততিৰ নিচিনা
এক জনিহক্ সেই সাৎ প্ৰদিপৰ মাজৎ ময় দেখিলোঁ।
তেঁওৰ মুৰ আৰু চুলি মেচৰ লোমৰ নিচিনা বগা
১৫ বৰ্ণ বৰফৰনিচিনা বগা বৰ্ণেই তাৰ্ চকু জুইৰ
শিখাৰ নিচিনা আৰু তেঁওৰ ভৰি আফৰৎ প্ৰজ্বলিৎ
ওত্তম পিত্তলৰ নিচিন আৰু তেঁওৰ কথা ভালেমান
১৬ পানিৰ মাতৰ্ নিচিনা। তাৰ্ সোঁ হাতৎ সাৎ
তৰা আৰু তাৰ্ মুখৰপৰা ওলোৱা দুধাৰ চোকা
তলোৱাৰ্ আৰু তেঁওৰ মুখ প্ৰচণ্ড তেজস্কৰ বেলিৰ
১৭ নিচিনা। তেঁওক্ দেখি ময় মৰাৰ্ নিচিনা তেঁওৰ
ভৰিৎ পৰিলোঁ তেতিয়া তেঁও আপোন সোঁ হাৎ মোৰ্
১৮ ওপৰৎ দি মোৎ কলে ভয় নকৰা ময় আদি আৰু
অন্ত যি জীৱন্ত আছে আৰু মৃত আছিল আৰু দেখা
১৯ ময় সদায় জীৱন্ত থাকোঁ আমিন। আৰু ময়
নৰক্ আৰু মৃত্যুৰ্ চাবিবোৰো তুমি যিহক্ দেখি
ছা আৰু যি বৰ্ত্তমান আৰু ইয়াৰ পিচৎ যি হব সেই

২০ এটাই লিখা। মোৰ্ হাতৎ যি সাৎ তৰা তুমি দেখি
লা তাৰ্ তত্ত্ব আৰু সেই সাৎ সোনৰ্ চাকি তাৰো তত্ত্ব
এই এই সেই সাৎ তৰা সাৎ মণ্ডলীৰ দূৎ আৰু সেই
সাৎ চাকি সেই সাৎ মণ্ডলী।

পৰ্ব্ব এফিসসৎ যি মণ্ডলী তাৰ্ দূতক প্ৰতি লিখা।
২ আপোন সোঁ হাতৎ সেই সাৎ তৰা ধৰোঁতা আৰু
২ সেই সাৎ প্ৰদীপৰ মধ্যচাৰী এই কথা কয় বোলে
তোমাৰ কৰ্ম্ম আৰু তোমাৰ ভাগৰ আৰু সহিষ্ণুতা
আৰু যেন্ তুমি দুষ্ট লোকবিলাকক্ সহিব নোৱাৰা
আৰু যি আপোনাহঁতক্ পাঁচনী বুলি মানে কিন্তু
বাস্তৱৎ সি নহয় তুমি সিহঁতক্ শোধি কৰি সিহঁ
৩ তক্ মিছলীয়া নিশ্চয়ে কৰিলা আৰু যি তুমি সহিলা
আৰু সহিষ্ণুতা ব্যৱহাৰ্ কৰিলা আৰু মোৰ্ নামৰ্
নিমিত্তে শ্ৰম্ কৰিলা আৰু ক্লান্ত নুহুইলা এই এটাই
৪ মই জানোঁ। কিন্তু তোমাৰ্ বিৰোধে মোৰ্ কিছু
আছে কিয়নো তুমি আপোনাৰ্ প্ৰথম চেনেহ এৰিলা
৫ এতেকেই যাৰপৰা তুমি পৰিলা তাকে স্মৰণ কৰা
আৰু পৰামনন্ কৰা আৰু তোমাৰ প্ৰথম কৰ্ম্মৰ্
অনুষ্ঠান কৰা সেয়ে নহলে মই সত্বৰে তোমাৰ ওচৰ
লৈ আহি তুমি পৰামনন্ নকৰিলে তোমাৰ চাকি
৬ স্বস্থানৰ্পৰা লৰাম। কিন্তু তোমাৰ এই গুণ আছে
মই যাক্ ঘিনওঁ সেই নিকোলাতীহঁতৰ্ কৰ্ম্ম তয়ো ঘি
৭ নাইছা। মণ্ডলীবিলাকক্ আত্মায় যি কয় কৰ্ণযুক্ত তাক্

৮ শুনোক্। ঈশ্বৰৰ স্বাৰদিসৰ মধ্যস্থিত জীৱনদায়ী
গছৰ্ গুটি ময় জয়িক খাবলৈ দিম্।—

স্মৰ্ণাৎ যি মণ্ডলী তাৰ্ দূতক প্ৰতি লিখা। যি
আদি আৰু অন্ত যি মৃত আছিল্ আৰু জীৱন্ত আছে
তেঁও এই কথা কয় তোমাৰ কৰ্ম্ম আৰু দুৰ্গতি আৰু
৯ দৰিদ্ৰতা ময় জানোঁ তথাচ তুমি ধনৱন্ত আছা। যি
বিলাকে আপোনাইঁতক যিহুদী বুলি মানে বাস্তৱৎ
যিহুদী নহয় কিন্তু শয়তানৰ শিনগগীয়া সিইঁতৰ্
১০ নিন্দাও ময় জানোঁ। যি দুৰ্গতি তুমি পাবা তাৎ
একো ভয় নকৰিবা দেখা তোমোলাকৰ্ পৰীক্ষা কৰি
বৰ্ নিমিত্তে তোমোলাকৰ্ কেৎবিলাক মানুহক্
শয়তানে বন্দিশালৎ পেলাব আৰু তোমালাকৰ্ দহ
দিন দুঃখ হব কিন্তু তুমি মৃত্যুলৈকে বিশ্বাসী হোৱা
আৰু জীৱনৰূপ কিৰিটি তোমোলাকক্ ময় দিম্।
১১ আত্মায় মণ্ডলীবিলাকক্ যি বোলে কৰ্ণযুক্ত জনে
তাক্ শুনোক। যি জয় কৰে দ্বিতীয় মৃত্যুৰ্ হতু
ৱায় তাৰ্ একো হিংসা নহব।—
১২ পৰ্গামসৎ যি মণ্ডলী তাৰ দূতক্ প্ৰতি লিখা।
যি দ্বিধাৰ চোকা তলোৱাৰ্ ধৰোঁতা তেঁও এই কথা
কয় তোমাৰ কৰ্ম্ম আৰু যি ঠাইৎ শয়তানৰ্ সিংহা
সন আছে সেয়ে তোমাৰ বাসস্থান ইয়াক্ ময় জানোঁ
১৩ তুমি মোৰ্ নাম টান্কৈও ধৰিছা আৰু যি ঠাইৎ
শয়তানৰ নিবাস সেই ঠাইৎ তোমোলাকৰ্ মাজৎ
মোৰ্ বিশ্বাসী সাক্ষী আন্তিপাস যি সময়ৎ হত হই

ছিল্ সেই সময়ইতো মোৰ্ নাও তুমি শৈ নকচা নায় ।
১৪ কিন্তু তোমাৰ বিৰোধে মোৰ্ কিছু কিছু আছে কিয়নো
দেৱৰ ধর্ম্মাদ খাবৰ্ নিকোনে আৰু বেশ্যাগমনৰ্
নিকোনে য়িশ্ৰএলৰ্ সন্ততিহঁতৰ্ আগৎ জুঁটি মো
ৱাৰ মচা পেলাবলৈ যি বিলআমে বলাকক্ শিকালে
সেই বিলআমৰ্ শিকনি যিবিলাকে মানে এনেবিধ
১৫ মানুহ তোমোলাকৰ্ মাজৎ আছে । ময় যিহক্
ঘিনওঁ যি নিকোলাইতীৰ শিকনি তদনুগত লোকো
১৬ তোমাৰ মাজৎ আছে । তুমি পৰামনন কৰা সি
নহলে ময় তোমাৰ ওচৰলৈ সত্বৰে আহি আপোন
মুখস্থ তলোৱালেৰে সিহঁতে মৈতে ৰণ কৰিম ।
১৭ মণ্ডলীবিলাকক্ আত্মায় যি বোলে কর্ণযুক্ত জনে
তাক্ শুনোক্ । জয়িক্ ময় সেই গুপ্ত মান খাবলৈ
দিম আৰু এক বগা শীলো যম তাক্ দিম্ আৰু যি
জনে তাক্ পায় সেই জনক্ এড়ি আন্ এটাইতে অ
জ্ঞাত এক নবীন নাম সেই শিলৎ লিখিত ।—
১৮ তিয়াতেৰাৎ যি মণ্ডলী তাৰ দূতক্ প্রতি লিখা যাৰ্
১৯ চক্ষু জুই শিখাৰ্ নিচিনা আৰু ভৰি ওত্তম পিতলৰ্
নিচিনা এনেকুৱা যি ঈশ্বৰৰ্ পুত্রেক্ তেঁও এই কথা
কয় বোলে তোমাৰ কর্ম্ম আৰু চেনেহ আৰু সেৱা
আৰু সজ্ঞাৎ আৰু সহিষ্ণুতা আৰু তোমাৰ শেহ
কর্ম্ম যেন্ প্রথম কর্ম্মৎকৈ সৰহ্ ময় এইবিলাক্ জা
২০ নোঁ । কিন্তু তোমাৰ বিৰোধে মোৰ্ কিছু কিছু আছে

ক্রিয়নো যি তিৰী। য়েজেবেল আপোনাকে আচার্য্য
নী বুলি যানে তাইক শিকাবলৈ আৰু বেশ্যাগমন
আৰু দেৱোনৰ্স্মাদ খোৱা যিহৎ হয় এনে ওপদেশে
ৰে আমাৰ সেৱকহঁতক্ ভুলাবলৈ অনুমতি দিছে।
২১ পৰায়নন কৰিবলৈ ময় তাক্ কাল্ দিছোঁ কিন্তু তাই
আপোনাৰ্ ব্যভিচাৰৰ অৰ্থে পৰায়নন কৰিবলৈ
২২ ইচ্ছা নকৰিলে। দেখা তাইক্ ময় এক শয্যাৎ
পেলায় আৰু যিবিলাকে তায়ে সৈতে বেশ্যাগমন কৰি
ছে সিহঁতে যেদি পৰায়নন নকৰে তেবে সিহঁতকো
২৩ তাইৰ্ লগতে মহাক্লেশৎ ময় পেলায় আৰু মৃত্যুৰ্
হতুৱায় তাইৰ্ লৰাহঁতক্ ময় বধ কৰিম আৰু এটাই
মণ্ডলীএ জানিব যেন্ ময় মনৰ্ গুপ্তৎ অৰ্থ আৰু মন
শোধিকৰোঁতা তোমোলাকৰ্ গায়প্রতি স্বক্রিয়া স্বক্রিয়া
২৪ অযায়ী ফল্ ময় দিম্। কিন্তু তোমোলাকক্ আৰু
তিয়াতেৰাৰ্ মাজৎ আন্‌ যিমান লোকবিলাকৰ্
এই শিক্ষনি নহয় শিহঁতক্ আৰু সিহঁতৰ্ কথানুসা
ৰে শয়তানৰ্ গাম্ভীর্য্য যিবিলাকে নেজানিছে সিহঁত
২৫ কো ময় এই কথা কঁও তোমোলাকৰ্ ওপৰৎ ময়
আন্ ভাৰ্ নিদিম্ কিন্তু যি তোমোলাকৰ্ আছে
২৬ তাক্ ময় আহোমানলৈকে টানকৈ ধৰা। যি
জয় কৰে আৰু শেহলৈকে মোৰ্ কথা পালে যেনে
কৈ ময় আপোন পিতাৰপৰা পাইছোঁ তেনেকৈ এটাই
২৭ লোকৰ্ ওপৰৎ শাসনবাৰ ময় তাক্ দিম্। আৰু

তেঁও লোৰ্ দণ্ডেৰে সিহঁতক্ শাসন কৰিব আৰু সিহঁ
২৮ তৰ্ কুম্ভকাৰৰ্ পাত্ৰৰ্ নিচিনাকৈ চূৰ্ণ হ্ব আৰু ভো
২৯ টা তাৰা ময় তাক্ দিম। মণ্ডলীবিলাকক্ প্ৰতি
আত্মায় যি বোলে কৰ্ণ যুক্ত জনে তাক্ শুনোক।—
পৰ্ব্ব সাৰ্দ্দিসৎ যি মণ্ডলী তাৰ্ দূতক্ প্ৰতি লিখা। ঈশ্বৰৰ্
১ সাৎ আত্মা আৰু সেই সাৎ তৰা বাৰোঁতায় এই
কথা কয় বোলে তোমাৰ কৰ্ম্ম আমি জানোঁ আৰু
তুমি জীৱন্তৰূপে খ্যাত হোৱা কিন্তু মৃত আচা ইয়া
২ কো ময় জানোঁ। চকি দিয়াশীল হোৱা আৰু
মৰিবৰ্ নিচিনা যি যি আচে তাক্ শক্তিমান কৰা কি
য়নো ঈশ্বৰৰ্ গোচৰৎ তোমাৰ কৰ্ম্ম ময় সম্পূৰ্ণ
৩ দেখা নায়। এয়েৰেই তুমি যেনেকৈ পাইচা
আৰু শুনিচা তাকৈ স্মৰণ আৰু টান্কৈ ধৰা আৰু
পৰাযনন কৰা। তুমি যেদি চকি নিদিয়া তেবে
যেনেকৈ চোৰ্ আহে তেনেকৈ ময় তোমাৰ ওপৰলৈ
আহিম আৰু যি দণ্ডৎ ময় তোমাৰ ওপৰলৈ আহিম
৪ তাক্ তুমি নেজানিবা। যিবিলাকে স্বকিয়াং কাপৰ্ অপ
ৱিষ্কাৰ নো কৰে এনেকুৱা সাৰ্দ্দিসতো তোমাৰ অলপ
নাম আচে সিহঁত বগা বস্ত্ৰৎ পৰিহিত হুই মোৰ্
৫ লগৎ ফুৰিব কিয়নো সিহঁৎ যোগ্য। জয়ী যি
জন সেই জন বগা বস্ত্ৰৎ বস্ত্ৰান্বিত হ্ব আৰু তাৰ্
নৰ প্ৰথিৱপৰা তাৰ্ নাও ময় নেকাটিম কিন্তু মোৰ্
পিতৃৰ গোচৰৎ আৰু তেঁওৰ দূতহঁতৰ গোচৰৎ

